# অকণা

লেখক—

শ্রীত্রৈলোক্যনাথ গোস্বামী এম. এ. বি. এল.
অধ্যক্ষ, নলবাৰী কলেজ ।

প্ৰকাশক—
আলোক প্ৰকাশন ঘৰ
নলবাৰী ( অসম ) ।

★ মূল্য— ১৷৹ অনা ।

# গল্প সূচী







# গল্প সূচী







ডেকা কালত মই যাক ভাল পাইছিলো তেওঁ আছিল মাকৰ একেজনী ছোৱালী। তেওঁৰ নাম অৰুণা। বহুতদিন আগৰেপৰা পাহাৰৰ দাঁতিত আমি দুয়ো একেলগে আছিলোঁ। তাত মানুহৰ সমাগম প্ৰায় নাছিলেই। পাহাৰৰ ঠায়ে ঠায়ে নানা তৰহৰ নতুন পাত ধৰি সুন্দৰ সুন্দৰ গছবোৰ সময়ত ফল-ফুলেৰে জাতিষ্কাৰ হৈ উঠিছিল—সময়ত আকৌ সেইবোৰ পকি সৰি গৈ গছবোৰ লাং লাং থাং থাং হৈ পৰিছিল। বসন্ত-কালৰ প্ৰাকৃতিক সৌন্দৰ্য্যত আৰু কুলিৰ 'কুউ' ধ্বনিত অজানিতে এটি আবেগেৰে হিয়া ভৰি উঠিবলৈ কোনো ভাবুকো তাৰ দাঁতি কাষৰে নাছিল। আমি হলে (মই, অৰুণা আৰু অৰুণাৰ মাক) এই পাহাৰ আৰু তাৰ ওচৰৰ সমতলৰ বাহিৰে অইন একোৰে বিষয় চিন্তা কৰা নাছিলোঁ।—চিন্তা কৰিবৰো বিশেষ সকাম নাছিল।

চকুৰে মণিব নোৱাৰা কোনোবা এখন নজনা দেশৰপৰা এই পাহাৰ আৰু সমতলৰ মাজেদি এটা ঠেক কিন্তু দ জুৰি লাহে লাহে বৈ গৈছিল। এই জুৰিটি মনোৰম কিন্তু তাতোকৈ মনোৰম অৰুণাৰ চকুযুৰি। আঁকাই বঁকাই জুৰিটি লাহে লাহে দুখনি ঠেক পাহাৰৰ মাজেদি বৈ গৈ কৰবাত লুকাইছিল। আমি দুয়ো (অৰুণা আৰু মই) ইয়াৰ নাম দিছিলোঁ নীৰৱ জুৰি, কাৰণ ইয়াৰ গতিত আমি এটি নীৰৱতাৰ চিন দেখিবলৈ পাইছিলোঁ। সমতলত জুৰিটিৰ দুয়ো পাৰে সেউজীয়া, ভাঁঠ, চুটি আৰু সমান ঘাঁহনি পথাৰ। তাৰ মাজে মাজে নানা

তৰহৰ ফুলৰ শাৰী, ঠায়ে ঠায়ে কুঞ্জবন আৰু ঠায়ে ঠায়ে ডাঙৰ ডাঙৰ গছৰ শাৰীয়ে সূৰ্য্যৰ প্ৰখৰ উত্তাপৰ পৰা কোমল ঘাঁহবিলাকক ৰক্ষা কৰিছে। ঠাইখিনি চালে চকুৰোৱা—ই যেন প্ৰকৃতিৰ ৰম্য উপবন।

আমাৰ অন্তৰত প্ৰকৃত প্ৰণয়ৰ ভাব জাগি উঠাৰ আগত প্ৰায় আঠ বছৰকাল মই আৰু অৰুণা দুয়ো এই ঠাইতেই হাতত ধৰা ধৰিকৈ ফুৰি আনন্দ উপভোগ কৰিছিলোঁ। অৰুণাৰ হাঁহি-ধেমালি, নানা তৰহৰ প্ৰশ্ন, সহজ সৰল কথা আৰু লগতে ঠাইৰ অপূৰ্ব্ব সৌন্দৰ্য্য— এইবিলাক আটায়ে যেন মোক এখন স্বৰ্গপুৰীত ৰাখি থৈছিল।

সিদিনা সন্ধিয়া এজুপি ডাঙৰ বাঁহত গছৰ তলত আমি দুয়ো আলিঙ্গনত আবদ্ধ হৈ আছিলোঁ। দুয়োৰো ছাঁ দুটা সেই নীৰব জুৰিটিৰ পানীত প্ৰতিফলিত হৈছিল। মই চাইছিলোঁ, অৰুণাৰ মুখলৈ নহয়, জুৰিটিত প্ৰতিফলিত হোৱা তেওঁৰ ছাঁটোলৈ। তেওঁ লাজত তলমূৰ কৰিছিল কিন্তু তেওঁৰ হিয়াত এটি অব্যক্ত আনন্দৰ স্পন্দন উঠি মোৰ বুকুত মৃদু মন্দ আঘাত কৰিছিল। সিদিনা নিশা আমি কোনো কথাকেই কোৱা নাছিলোঁ। চকুৱে চকুৱে পৰিলেও দুয়ো তলমূৰ কৰিছিলোঁ। পিছ দিনা ৰাতি পুৱা আমি নিচেই কম কথাহে কৈছিলোঁ। যি অলপ কৈছিলোঁ সিও যেন কঁপি কঁপিহে ওলাইছিল।

অলপ দিনৰ পিছতেই সমতলত এটা পৰিবৰ্ত্তনৰ চিন দেখা

গল। যিবিলাক গছত ফুলৰ লেশমাত্ৰও নাছিল সেইবিলাকো মনোহৰ উজ্জ্বল ফুলেৰে সুশোভিত হৈ পৰিল। যঁাহনিৰ সেউজিয়া ৰং বেছি ডাঠ হল আৰু বগা ফুলবিলাক সৰি গৈ তাৰ ঠাইত ৰঙা আন এবিধ ফুল ফুলি উঠিল। নানা তৰহৰ ধুনীয়া ধুনীয়া চৰায়ে পাতৰ আঁৰত থাকি অবুজ ভাষাৰে ইটিয়ে সিটিক প্ৰেম-প্ৰীতি বিলাবলৈ ধৰিলে— ঠাইখন যেন পুনৰ্জ্জীৱিত হৈ পৰিল। বগা আৰু ৰঙা মাছবোৰে জুবিটিৰ বুকুত খেলিবলৈ ধৰিলে আৰু নিমাত জুৰিটিৰ বুকুৰপৰাও যেন লাহে লাহে কুলু কুলু ধ্বনি বাগৰি আহি ঠাইখিনি মুখৰিত কৰি তুলিলে।

প্ৰকৃতিৰ পৰিবৰ্ত্তনৰ লগে লগে অৰুণাৰো মন-প্ৰাণ আনন্দত নধৰা হল। তেওঁৰ হিয়া ভালপোৱাৰে উপচি পৰিল। এই ভালপোৱাত কোনো উত্তেজনা নাই, কপটতা নাই— ফুলনিৰ মাজত ডাঙৰ দীঘল হোৱা বালিকাৰ অন্তৰ ভেদি ওলোৱা ই এটি স্বৰ্গীয় প্ৰীতি। ইয়াৰ পৰশত মৰুহৃদয়ো সঞ্জীৱিত হয়।

এতিয়া অৰুণা মোৰ ভাবৰ সমষ্টিয়েই নহয়, তেওঁ এতিয়া ভাবৰ অধিষ্ঠাত্ৰীও। মই আগৰ দৰেই তেওঁৰ লগত একে লগে ফুৰোঁ আৰু সমতলৰ এই আচৰিত পৰিবৰ্ত্তনৰ বিষয়ে কথা পাতোঁ। তেওঁ মোৰ কথাবোৰ অতি আগ্ৰহেৰে শুনে, ইজুপিৰপৰা সিজুপি গছৰ তললৈ— লৰি গৈ ফুল তুলি আনে, মালা গাথে আৰু মোক পিন্ধায়— তাতে তেওঁৰ আনন্দ।

অৱশেষত এদিন চাঁত কৰে তেওঁৰ মনলৈ মৰণৰ বিভীষিকা আহি পৰিল। চকুপানী টুকি টুকি তেওঁ কলে তেওঁ মৰিব। তেন্তে এই ভালপোৱা, এই সুখ, এই শান্তি জীৱনৰ লগে লগেই শেষ নে কি? কোনে জানে মৃত্যুৰ অন্তত কি হয়, কোনে কব পৰজন্মত ভালপোৱা আছেনে নাই? মই তেওঁক সান্ত্বনা দিব নোৱাৰিলোঁ; মাথোন তেওঁক বুকুৰ মাজলৈ টানি আনি কলোঁ—"অৰুণা, মই তোমাক ধৰি ৰাখিম।" মোৰ চকুৰেদি চকুপানী বাগৰি তেওঁৰ কপালত টোপাটোপে পৰিল। একো নমতাকৈ তেওঁ মোৰ মুখৰ পিনে চাই ৰল।

অৰুণাৰ মনৰপৰা এই মৃত্যুচিন্তা আঁতৰি নগল। সকলো ৰকমৰ কথাতেই তেওঁ সেই একেটি চিন্তা ব্যক্ত কৰি দুখ কৰে, চকুপানী টোকে। কালৰ কৰাল মূৰ্ত্তি তেওঁ যেন সমুখতে দেখিবলৈ পালে। মৃত্যুৰ চিন্তাত তেওঁৰ বুকু কঁপি উঠিল। অৰুণাৰ অবিহনত মই চিৰদিনলৈ এই ঠাই এৰি যাম, মোৰ এই স্বৰ্গীয় ভালপোৱা অইনক দান কৰিম আৰু দুদিন পিছতেই তেওঁৰ ছবিটি মোৰ হিয়াৰপৰা একেবাৰেই মচি পেলাম— এইবোৰ কথা ভাবি মৃত্যু-যন্ত্ৰণাতকৈও তেওঁ বেছিকৈ আঘাত পায়। সেই বাবে অৰুণাৰ হাত দুখনত ধৰি মই প্ৰতিজ্ঞা কৰি পেলালোঁ [ঈশ্বৰ আৰু অৰুণা দুয়োৰো আগত] যে জীৱনত দুনাই কাকো বিয়া নকৰাওঁ— অৰুণাৰ অপূৰ্ব্ব ভালপোৱা, তাৰেই স্মৃতিকেৰা ঈশ্বৰৰ দান

বুলি লৈ বাকী দিন কটাম। চাৰিও কাষৰ গছৰ শাৰী, কুঞ্জবন, চৰাই-চিৰ্কিতি, আকাশৰ নক্ষত্ৰ মণ্ডলী, পৰমপিতা ভগবান সকলোৱে মোৰ প্ৰতিজ্ঞা শুনিলে। অৰুণাৰ উজ্জ্বল চকুযুৰি উজ্জ্বলতৰ হৈ পৰিল। তেওঁ এটি হুমুনিয়াহ এৰিলে যেন বুকুৰপৰা এটা অসহ্য বেদনা আঁতৰি গল, মৃত্যু-যন্ত্ৰণা যেন তেওঁৰ নাইকিয়া হৈ পৰিল। পিছত তেওঁ হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে— মোক যে এৰি যাব লাগিব।

কেইদিনমান পিছতে তেওঁ মোক কলে মৃত্যুৰ পিছতো তেওঁ মোৰ কথা মনত ৰাখিব। সৰগৰ প্ৰাণীবিলাকে যদি মৰ্ত্ত্যবাসীক দেখা দিব পাৰে তেন্তে মাজে সময়ে দেখা দিব নতুবা সন্ধিয়া ৰিব্ৰিবকৈ বলা বতাহেৰে তেওঁ মোৰ আগত কথা কব আৰু স্বৰ্গীয় সুগন্ধি বস্তুৰে মোক আৱালত থাকি পূজা কৰিব। এয়ে অৰুণাৰ শেষ কথা। তাৰ পিছত তেওঁৰ স্মৃতি আৰু মোৰ জীৱনৰ দ্বিতীয় ছোৱা।

## [ ২ ]

কেবা বছৰো পাৰ হৈ গল। মই সেই পাহাৰৰ দাঁতিতেই আছোঁ, মুখত হাঁহি নাই, প্ৰাণত উৎসাহ নাই— হৃদয় শুকাই গৈছে; আছে মাথোঁ অৰুণাৰ মধুৰ স্মৃতি।

ফুলবিলাক সৰি গৈ গছবোৰ নঙঠা হৈ পৰিল আৰু লাহে লাহে মৰি গল। সেইজোপা ঘাঁহনি পথাৰো পুৰি

ছাই হৈ গল। নানা ভৱহৰ চৰাই চিৰ্কিত্তিবোৰ চিৰ দিনলৈ এই ঠাই এৰিলে। ভুৰিটিৰ সুমধুৰ কুলু কুলু ধ্বনি লাহে লাহে কমি গৈ শেহত একেবাৰেই নাইকিয়া হৈ পৰিল— আগৰ স্বৰ্গপুৰী মৰিশালিত পৰিণত হল।

তথাপি অৰুণাৰ আগত কৰা প্ৰতিজ্ঞাৰ কথা মই পাহৰি যোৱা নাই। মাজে মাজে বতাহত মই তেওঁৰ কথা শুনোঁ। সন্ধ্যাৰ চাৰিও কাষ কেতিয়াবা কেতিয়াবা অপূৰ্ব্ব গোন্ধতে আমোলমোল হৈও উঠে। অকলশৰে থকা সময়ত যেতিয়া মোৰ হিয়াখনি ফাটি যাওঁ ফাটি যাওঁ কৰে তেতিয়া নৈশ নিস্তব্ধতা ভেদি যেন এটি অস্পষ্ট শব্দ মোৰ কাণত পৰেহি; আৰু এদিনাখন— জীৱনত সেই একেদিন মাথোন— দুটি স্বৰ্গীয় কোমল ওঠৰ পৰশত মোৰ কলা ঘুমটি ভাঙি গৈছিল। কিন্তু ইয়াতো মই শান্তি নাপাওঁ। মোৰ প্ৰাণ কান্দি উঠে, সকলো অসাৰ অসাৰ লাগে। অৱশেষত এই সমস্ত মোৰ প্ৰতি বিষৰ আকৰ হৈ পৰিল। মই সহ্য কৰিব নোৱাৰা হলোঁ। অৰুণাৰ চিন্তাই মোক পুৰি দেই মাৰিবলৈ ধৰিলে। সেই বাবে মই এই ঠাই চিৰ দিনলৈ ত্যাগ কৰিলোঁ।

কিছুদিনৰ পিছতেই এখন ডাঙৰ নগৰ পালোগৈ। ইয়াৰ প্ৰত্যেক বস্তুৱেই মোৰ মনৰপৰা অৰুণাৰ স্মৃতি আঁতৰাই দিয়াৰ সামগ্ৰী হৈ পৰিল। মানুহ দুনুহৰ সমাগম, হাই উৰুমি আৰু হাজাৰ হাজাৰ ছোৱালীৰ লাবণ্যই প্ৰথমতে মোৰ মুৰ ঘুৰাই দিলে— মই ভাবিবলৈ ধৰিলোঁ। কিন্তু তেতিয়ালৈকে

মই মোৰ প্ৰতিজ্ঞা অটুট ৰাখিছোঁ আৰু তেতিয়াও ৰাতি নিস্তব্ধ হোৱাৰ সময়ত মই অৰুণাৰ উপস্থিতিৰ গম পাওঁ। হঠাৎ এইবোৰ নাইকিয়া হৈ পৰিল। দুৰাশা ডাকিনীয়ে মোৰ অন্তৰত বাহ ললে; প্ৰলোভনৰ মাজত মই আপোন পাহৰা হৈ পৰিলোঁ। জীৱিকা চলাবলৈ আদালতত এটা কেৰাণীৰ কামত সোমালো। এই সময়তে এজনী ছোৱালীৰ ৰূপ-লাবণ্যই মোৰ অন্তৰত নতুন আশা জগাই তুলিলে। মোৰ চকুত তাই অতি ধুনীয়া, অতি সৰলা যেন লাগিল। অৱশেষত মোৰ ভালপোৱা তাইক জনালোঁ।

প্ৰতিজ্ঞা পাহৰি পেলালোঁ। বিয়া কৰালোঁ। তথাপি অনুতাপ নাহিল। হঠাৎ এদিন যেতিয়া ৰাতি নিস্তব্ধ হৈ পৰিল তেতিয়া মই বতাহত সেই উটি অহা আগৰ অস্পষ্ট শব্দ শুনিবলৈ পালোঁ। "শুৱা, সুখতে শুই থকা; কিন্তু স্বৰ্গত অৰুণাৰ আগত কৰা প্ৰতিজ্ঞাৰ কৈফিয়ৎ দিব লাগিব।"

এটা হুমুনিয়াহ কাণত পৰিল। তাৰ পিছত নিস্তব্ধতা। মই চিঞৰি উঠিলোঁ। "অৰুণা—?"

সকলো নিমাত।

---

* ইংৰাজীৰ সহায়ত

# দৰিদ্ৰৰ বিননি

স্থান— উত্তৰ গুৱাহাটী

ৰচনা কাল— ৮ নবেম্বৰ ১৯৩৬

সেই একে ধৰণৰ চিন্তা—ভাত কাপোৰ আৰু শৰীৰ। যলৈকে যাওঁ য'তে থাকোঁ ইয়ে মোক পুৰি মাৰিব। মোৰ বিশ্ৰাম নাই, শান্তি নাই। শৰবিদ্ধ হৰিণৰ দৰে চাৰিওপিনে ছুটফটাই ফুৰোঁ। কাৰোপৰা সান্ত্বনা পাবলৈ নাই। বন্ধু-বান্ধৱৰ ওচৰলৈ গলেও সেই একে ধৰণৰ পুৰণি কথাকেই শুনো—কাম কৰা। সকলোৰে মুখত একে কথাকেই শুনি আমনি লাগিছে। মই জানো কাম কৰা নাই, মই জানো এনেয়ে বহি আছোঁ? সেই অসহযোগ আন্দোলনৰ সময়ৰেপৰা কত কি নকৰিলোঁ। কিন্তু মোৰ যে চিন্তাৰ অবসান নহল। কোনে জানিছিল মোৰ এনে দশা হব! মোৰ সহকৰ্ম্মীসকল জীৱনত আগবাঢ়ি গল কিন্তু মযেই হৈ থাকিলোঁ নিঃস্ব আৰু ৰুগ্ন। তাতেই চাৰিওপিনৰ পৰা অভাবে মুখ মেলি মোক গিলিবলৈ আহে। ভাবিছিলোঁ নগৰলৈ আহি মুক্তিয়াৰী পাছ কৰিম, দুপইচা ৰোজগাৰ কৰি অভাবৰ পৰা মুক্ত হম; নিজৰ ভৰিৰ ওপৰত ঠিয় দিম, কাৰো কৰুণালৈ আশা নকৰোঁ কিন্তু তাতো অন্তৰায় হল এই মোৰ শৰীৰটো। দুদিনলৈকেও ই ভালে থাকিব নাজানিলে। বিষ, গোটেই গাটোতে কেৱল বিষ। ইয়েই মোক জীৱনতে মৃত্যু-যন্ত্ৰণা দিব। উঃ হাতখন যে

একেবাৰেই দাড়িব নোৱাৰা হৈছোঁ। ইমান যন্ত্ৰণা ভোগ কৰাতকৈ ই এইপিনে গেলি পচি ছিগি নগল কিয় — ?

ওচৰতে অম্বু কবিৰাজে দিয়া এটা তেলৰ বোটল আছিল। উঠি সেইটো আনিবলৈ চেষ্টা কৰোঁতেই আকৌ বিছনাত বাগৰি পৰিলোঁ। যন্ত্ৰণাত চকুপানী গিৰগিৰকৈ ওলাই পৰিল। কিছু সময় তাতেই কেকাই পৰি থাকিলোঁ। মৃত্যুই মোৰ কাম্য। মোৰ দৰে দীন হীন এটি প্ৰাণীৰ জীৱনৰপৰা জগতৰ একো লাভ নাই। আজি তিন দিন এই বিছনাতে অকলে অকলে বাগৰি চকুপানীৰে গাৰুটো তিয়াইছোঁ। মোৰ দুখত দুখী হবলৈ কোন আহিছে? মোৰ সহকৰ্ম্মী ডাক্তৰ শইকীয়াই বা ক'ত? এই সংসাৰত ময়েই বোধহয় অকলে জীয়াই আছোঁ। বাকীবোৰ মৰি গৈছে; কেৱে নাই— আৰু মই ইয়াত ভূতৰ নিচিনা অকলে অকলে আছোঁ।

হঠাৎ বাহিৰলৈ চকু পৰিল। বেলি ওপৰলৈ উঠিছে। বেলি সদায় উঠে সদায় মাৰ যায়। সিদিনা দেখিলো নীয়ৰত তিতি থকা গছপাতবোৰে জিলমিলাব ধৰিছে। গছৰ ফাকৰ মাজেদি কিছু দূৰত এখন বগা কাপোৰৰ নিচিনাকৈ ব্ৰহ্মপুত্ৰ নদীটো পৰি আছে। মনোৰম দৃশ্য কিন্তু তাক উপভোগ কৰিব নোৱাৰিলোঁ। মোৰ মুকলিমুৰীয়া স্বভাব থাকিলেও শক্তি নাই। বিছনাত পৰি পৰিয়েই নৈ খনৰ পিনে চাই থাকিলোঁ। নৈখন সঁচাকৈয়ে সুন্দৰ। ফট্ফটীয়া পানীবোৰ

লাহে ধীৰে বাগৰি যাবলৈ ধৰিছে। তালৈ চুচৰি যাব পাৰিলেও তৃপ্তি আছে; পানীৰ কণাবোৰত মৃত্যুসঞ্জীৱনী আছে। তাত পেট ভৰাই পানী খাব পাৰি, কাকো কাবৌ কৰিব নালাগে, কেৱে তাত বাধা নিদিয়ে।

তেলৰ বোটলটো ওচৰলৈ আনি লাহে লাহে হাত ভৰিৰ জোৰাবিলাকত ঘঁহি দিলোঁ। কিছু সময়ৰ পিছত বিছনাৰ কাষতে থিয় দি লোটাটোত হাত দিলোঁ। পানী এটুপিও নাই। কেনে হতভাগ্য মই! ইপিনে মোৰ উচ্চ কল্পনা আৰু আন পিনে দৈনন্দিন ঘটা দুৰ্ঘটনা। মন চঞ্চল হৈ উঠিছিল কিন্তু বলেৰে তাক হেচি ৰাখিলোঁ। লাহে লাহে হাতত লাখুটি ডাল লৈ বাহিৰলৈ ওলাই আহিলোঁ। যাম ব্ৰহ্মপুত্ৰৰ বুকুলৈ। তাতেই হেঁপাহ পলুৱাই পানী খাম। কোনে বাধা দিব মোক।

আকাশ নিৰ্ম্মল। গাত ৰ'দ লাগি ভাল লাগিছে। হাত ভৰিৰ শিথিলতাও যেন অলপ কমিছে। ব্ৰহ্মপুত্ৰৰ বুকুলৈ নামি গলোঁ। পানী খালোঁ। পানীয়ে যে ইমান তৃপ্তি দিব পাৰে আগেয়ে বুজা নাছিলোঁ। পাৰলৈ উঠি আহিলোঁ। ভাবিছোঁ কলৈ যাম। চাৰিওপিনে যেন বিৰাট শূন্যতা। ভোক লাগিছে। কিন্তু কোনে খুৱাব মোক? মোৰ সমুখতে নানা তৰহৰ ঘৰবোৰ জিলিকি আছে। নানান ৰকমৰ মানুহ দুনুহো মোৰ আগেদিয়েই অহা যোৱা কৰি আছে। কিন্তু এই আটাইবোৰেই মোৰ কোনো নহয়। সিহঁতৰ কিছুমানে

যে মোক দেখি ভেঙুচালিছে কৰিছে। তেন্তে যাম কলৈ? পেটৰ ভোকে মোৰ ভিতৰখন পুৰি মাৰিব ধৰিছে। আজি দুদিন খোৱা নাই। মোৰ জীৱন অনাহাৰ অনিদ্ৰাতেই শেষ হব নেকি? আকৌ চাৰিওপিনে চালোঁ। নানান বস্তু লৈ মোৰ আগেদি শ শ মানুহ আহিব যাব ধৰিছে। বাটৰ দাঁতিত এটা কুকুৰে এডোখৰ হাড় চোবাব ধৰিছে। মনেৰে মোৰ লগত এই কুকুৰটোক বিজাই চালোঁ। ই কেনে সুখী! ইয়াৰ অন্ততঃ চিন্তাৰ যাতনা নাই।

বেলিটো ভালেমান ওপৰলৈ উঠিল। মোৰ পেটৰ ভিতৰত যেন জুই জ্বলি গৈছে মোক লাগে— কিবা এমুঠি অন্ততঃ খাবলৈ লাগে। আকৌ প্ৰশ্ন উঠিল— যাম কলৈ? ভিক্ষা! ইমান দিনে কাৰো ওচৰত হাত পতা নাই। আজি ভিখাৰীৰ বেশত আনৰ দুৱাৰত থিয় হমগৈ নে? বিবেকে বাধা দিলে কিন্তু মনে নামানিলে। আজিৰ ভিক্ষাই যে মোক সঞ্জীৱিত কৰিব— মই যে আকৌ দুদিনলৈ জীয়াই থাকিব পাৰিম। কোনে জানে এই দুদিনৰ ভিতৰতে যদি মোৰ ভাগ্যচক্ৰ পৰিবৰ্ত্তন হৈ যায়।

অলপ দূৰতে দুখন সুন্দৰ ফুলনি আগত লৈ ৰাজখোৱাৰ ৰাজোপম অট্টালিকা গুৰু গম্ভীৰভাৱে থিয় হৈ আছে। এই অট্টালিকাৰ দৃষ্টিয়ে মোক সেই ফালে বলেৰে টানিবলৈ ধৰিলে। কল্পনাত এটি আনন্দৰ ভাব জাগি উঠিল। ৰাজখোৱা ধনী,

মানী আৰু জ্ঞানী। তেওঁ মোক আনন্দেৰে সহায় কৰিব। থুপাই থোৱা অতুল ঐশ্বৰ্য্যৰপৰা মোক আঠ অনা পইচা দিলে তেওঁৰ একো ক্ষতি নহয়। বিশেষতঃ তেওঁৰ নাই লৰা, নাই ছোৱালী। ইমান ধন তেওঁ অকলে কি কৰিব। বিমানেই ভাবিলোঁ সিমানেই সেই পিনে যাবলৈ মোৰ মন উত্ৰাৱল হৈ উঠিল। অৱশেষত মনক বাধা দিব নোৱাৰিলোঁ। ৰাধুটিৰ ওপৰত ভৰ দি লাহে লাহে সেই পিনে খোজ ললোঁ।

কেজনমান মানুহৰ লগত ৰাজখোৱা বাহিৰৰ কমত বহি আছে। ভিতৰলৈ সোমাই মই এখন বেঞ্চৰ ওপৰত বহিলোঁ। সকলোৱে আচৰিত হৈ মোৰ পিনে মুখ ঘুৰাই চালে। ৰাজখোৱাই ছটা মাটেৰে সুধিলে “কি—ই-ই লাগে?”

বাট অলপ হলেও সেইখিনি আহোঁতেই মোৰ ভাগৰ লাগিছে।

ৰাজখোৱাই ধমক দি শুধিলে “কি-ই-ই লাগে? ইয়াত কি সকাম?”

মই লাহেকৈ উত্তৰ দিলো, “মোক আঠ অনা পইচা লাগে।”

ৰাজখোৱাৰ ওচৰতে বহি থকা কেজনমানে হি—হি কৈ হাঁহি উঠিল। এজনে কলে “বলীয়া।”

ৰাজখোৱাই আঙুলিৰে বাট দেখুৱাই কৈ উঠিল “যা— য়া ইয়াৰ পৰা ওলাই। মুখৰ কথাতে পইচা নাপায়। জনীয়া,

হেৰৌ ভদীয়া— ? ”

মই মাজতে বাধা দিলোঁ। “মই বলীয়া নহওঁ— অন্নহীন দৰিদ্ৰ। আজি দুদিন খোৱা নাই। তত নাপাই আপোনাৰ ওচৰলৈ আহিছোঁ। মোক আঠ অনা পইচা দিয়ক। এমুঠি খাওঁগৈ।”

মানুহকেজনে মোৰ কথা আগ্ৰহেৰে শুনিলে। কিন্তু ৰাজখোৱাই আকৌ চিঞৰি উঠিল “ভদীয়া— ? ”

এইবাৰ ভোকৰ জ্বালাত তল পৰি থকা মনৰ গৰ্ব্ব ওপৰলৈ উঠি আহিল। লাঠীডালৰ ওপৰত ভৰ দি বেঙ্কুৰপৰা উঠিলোঁ আৰু কলোঁ। “আপুনি ভদীয়াক মাতিব নালাগে। সময় হলে মই নিজেই গুচি যাম। মই আপোনাৰ ওচৰলৈ আহিছোঁ আপোনাৰ শক্তি আছে বুলি। আঠ অনা পইচা দি মোৰ জীৱন ৰক্ষা কৰক।”

কাষতে থকা এজন মানুহে মোক বহিবলৈ কলে। মই বহিলোঁ। তেওঁ সুধিলে “তোমাৰ ঘৰ ক'ত ? ”

“হৰিপুৰ গাৱঁত।” মই উত্তৰ দিলোঁ।

ৰাজখোৱাই আগৰ সুৰতেই কৈ উঠিল “হৰিপুৰ গাৱঁৰ কত মানুহ ইয়াত আছে। সিহঁতৰ ওচৰলৈ যা গৈ।”

“হয় আপুনি ঠিকেই কৈছে। মোৰ গাৱঁৰ মানুহ যেই

সেই এজনেই মোক এমুঠি খুৱাব বা আঠ অনা পইচা দিব
কিন্তু সিহঁতৰ উপাৰ্জ্জন তেনেই কম। শুনিছোঁ আপোনাৰ উপাৰ্জ্জন দৈনিক দুকুৰিবো বেছি। সেই দেখি আপোনাৰ ওচৰলৈ আহিছোঁ। মোক নিৰাশ নকৰিব।"

ৰাজখোৱাৰ হিয়াত কোমল ভাবৰ সঞ্চাৰ নহল। তেওঁ আগতকৈও ডাঙৰকৈ কলে "ভালে ভালে ইয়াৰপৰা বাহিৰ হ।"

মই বিনীত হৈ কলোঁ। "তেনেহলে অন্ততঃ মোক চাৰি অনা পইচাকে দিয়ক।"

ৰাজখোৱাৰ খং এইবাৰ দুগুণে চৰিল। একে জাপেই চকীৰপৰা উঠি তেওঁ মোৰ হাতত ধৰিলেহি "যা, মোৰ ঘৰৰ পৰা ওলাই যা— মই তোক এটা পইচাও নিদিও"

চাওঁতে চাওঁতে তেওঁ মোক ঘৰৰ পৰা উলিয়াই দিলে। দুখ, অপমানত মোৰ অন্তৰ কান্দি উঠিল। কিন্তু তথাপি পেটৰ জ্বালা! তেতিয়াও আশাৰ হাত এৰিব নোৱাৰিলোঁ।। মোৰ ভিতৰখনে যেন তেতিয়া দাউ দাউ কৰিব ধৰিছে। আকৌ বাহিৰৰপৰা নাহেকৈ কলোঁ। "তেনেহলে অনুগ্ৰহ কৰি মোক দু অনা পইচাকে দিয়ক।"

মোৰ কথা শেষ হওঁ নৌহওঁতেই "বদমাচ, দগাবাজ, চুপতি কৰিবলৈ আহিছ" বুলি তেওঁ একে চোচাই বাহিৰলৈ আহি মোক গতা মাৰি দিলে। মোৰ দুৰ্ব্বল দেহে ইয়াক

সহিব নোৱাৰিলে— মই বাৰেণ্ডাৰ পৰা বাগৰি বনৰ ওপৰত পৰিলোঁগৈ। মোৰ কিলাকুটি আৰু আঠুৰে তেজ বৰলৈ ধৰিলে অলপ সময় তাতেই পৰি থাকিলোঁ। উঠিবৰ শক্তি নহল। এনেয়ে জৰ্জ্জৰিত শৰীৰ তাতে আকৌ ৰাজখোৱাৰ এনে নিৰ্ম্মম আঘাত। মই কেবাবাৰো উঠিবলৈ চেষ্টা কৰিলোঁ কিন্তু নোৱাৰিলোঁ। এনেতে এজন মানুহে মোক দাঙি ধৰি লাঠীডাল হাতত তুলি দিলে। ধাৰাসাৰে মোৰ চকুপানী পৰিবলৈ ধৰিলে। ৰাজখোৱাক অভিশাপ দিবৰ ইচ্ছা হল। কিন্তু তেতিয়া মোৰ গাটো কঁপিবলৈ ধৰিছে। সেই বাবে মুখেৰে মাত নোলাল। তেওঁৰ আচৰণে মানুহ জাতিৰ ওপৰত থকা শেষ বিশ্বাসখিনিও চুৰমাৰ কৰি পেলালে। সংসাৰত দয়া নাই, ধৰ্ম্ম নাই— সকলোতে অত্যাচাৰ হিংসা আৰু কপটতা। নিজৰ জীৱনৰ ওপৰত ধিক্কাৰ আহিল। এনেহেন জীৱনৰ দৰকাৰ কি? যাওক ই একেবাৰেই লুপ্ত হৈ যাওক। ৰাজখোৱাৰ মুখলৈ চাই ভগা ভগা মাতেৰে কৈ উঠিলোঁ "থাকা, সুখতে থাকা। তোমাৰ কাৰ্য্যৰ পৰা মোৰ জীৱন-সমাপ্তি আৰু ইয়াৰ পাপৰ ভাগী তুমি। ভগৱান আছে তেওঁ বিচাৰ কৰিব।"

কথা কেইআষাৰ কোৱাৰ লগে লগেই যেন মই গাত নতুন বল পালোঁ। লাঠীডাল হাতত লৈ এই লাঞ্ছিত মুখ নৱ-সমাজত ছুনাই নেদেখুৱাওঁ বুলি প্ৰতিজ্ঞা কৰি ব্ৰহ্মপুত্ৰৰ বুকুলৈ নামি গলোঁ। কিমানখিনি গৈছোঁ ঠিক মনত নাই।

হঠাৎ ৰাজখোৱাৰ ঘৰতে বহি থকা মানুহ এজনে পিচ-পিনৰ পৰা মোৰ সোঁ হাতখনত থাপ্ মাৰি ধৰি সুধিলে "কলৈ যোৱা ?"

মই চিঞঁৰি উঠিলোঁ—"এৰি দে।"

মোৰ সকলো শক্তি প্ৰয়োগ কৰিও নিজকে মই তেওঁৰ হাতৰপৰা মুক্ত কৰিব নোৱাৰিলোঁ। দুয়োবো টনা আজোৰা লাগিল কিন্তু নোৱাৰিলোঁ। ব্যৰ্থ হলোঁ। ইয়াতো আকৌ বাধা! মানুহজনক কাবৌ কৰিলোঁ "মোক বাধা নিদিবা মই দৰিদ্ৰ। মোৰ জীয়াই থকাৰ সকাম নাই।"

মানুহজনে মোৰ অনুনয় বিনয় আওকাণ কৰিলে। তেওঁ মোক নানান ভাবে বঢ়াই বুজাই বলেৰে তেওঁৰ ঘৰলৈ লৈ গল। তেওঁৰ ঘৰটো তেনেই সৰু। দুজন মানুহ কোনোমতেহে থাকিব পাৰি। ইয়াতেই তেওঁ মোক ৰাখিলে, খাবলৈ দিলে।

আজিও মই ইয়াতেই আছোঁ। এওঁৰ সংস্পৰ্শ যেন মোৰ প্ৰতি মৃত্যু-সঞ্জীবনী। এতিয়াও মোৰ শাৰীৰিক অশান্তি আঁতৰা নাই। কিন্তু এওঁৰ কথা আৰু আচৰণ দেখি এওঁক দেৱতা বুলি পূজা কৰিবলৈ ইচ্ছা হয়। কোনে জানে মোৰ লক্ষ্যহীন জীৱনৰ গুৰি বঠা ধৰিবলৈ এৱেঁই কিজানি স্বৰ্গীয় দূত!

---

# প্রতিক্রিয়া

স্থান— যোরহাট

রচনা কাল— ৩০ জানুয়ারী ১৯৪০

গাৱঁৰ ভালেখিনি আঁতৰত সেই পঁজাটি। মানুহৰ আশ্ৰয়, হাই-উৰুমি তাত নাই। চাৰিওপিনে নিমাত নিতাল। মাজে মাজে কাঁহিবনৰ ওপৰেদি বতাহে সোঁ সোঁকৈ এটি অৰ্থহীন, ভাৱহীন গান গাই যায়। ওচৰত আন গছ গছনি নাই। চকুৰে মনিব পৰালৈকে চাৰিওপিনে কাঁহিবন। তাৰ মাজেদি এটি সৰু বাট অকাই বকাই গৈ দিগন্তত মিলিছে। এই বাটটোৰ দাঁতিতেই সেই জীৰ্ণ-শীৰ্ণ জুপুৰি ঘৰটি।

ৰঞ্জন। বৰ দুৰ্ভগীয়া সি। নামটো ৰঞ্জন হলেও সি দীন-হীন, মহাপাপী। সি দুৰাৰোগ্য ব্যাধিগ্ৰস্ত আৰু সঙ্গ বৰ্জ্জিত। কুষ্ঠব্যাধি — যাৰ নাম শুনিলে সি ভয়তে কঁপি উঠিছিল তাৰেই দ্বাৰা আক্ৰান্ত সি। যৌৱনৰ উচ্ছৃংখলতাই তাক পদস্খলিত কৰিছিল, বহুতকে কৰে কিন্তু ইয়াৰে পৰিণাম এনে ভীষণ হব বুলি সি ভবা নাছিল। স্বেচ্ছাচাৰিতা দোষ অকল তাৰেই নহয়, বহুতৰে আছে। এনেস্থলত সিয়েই অকলে ব্যাধিগ্ৰস্ত হোৱাৰ কাৰণ বুজিবলৈ টান। হয়তো সি দুৰ্ভগীয়া।

সি জানে মৃত্যু নিশ্চিত। সি তাৰ বাবে প্ৰস্তুত হৈ আছে। কিন্তু এই মৃত্যুৰ আগমনত যি যাতনা তাক সহিবলৈ

সি অসমৰ্থ। সি দেখিছে এটুপি এটুপি কৈ তাৰ তেজ নাইকিয়া হৈ যাবলৈ ধৰিছে। চাওঁতে চাওঁতে তাৰ বাওঁহাতৰ অতি মৰমৰ আঙুলি দুটা নাইকিয়া হৈ গল। যাতনাত সি উচুপি উচুপি কান্দিলে, কৰযোৰে ভগবানক মিনতি জনালে। কিন্তু সেই বিশাল কাঁহিবনৰ পথাৰ ভেদ কৰি তাৰ কান্দোন কোনো মানুহৰ কাণত সোমাব নোৱাৰিলে। ই মিলি গল বিৰাট বিশ্বব্ৰহ্মাণ্ডৰ অসংখ্য ঢৌৰ লগত। কেৱে তাক নাজানিলে, কেৱে নুশুনিলে। ব্যথিতৰ করুণ বিননি এই দৰেই, ঠিক এনেদৰেই লয় পায়।

ৰঙ্গনৰ এতিয়া বাহিৰলৈ ওলাবৰ শক্তি নাই। সি সদায় পঁজাটিৰ দুৱাৰ মুখতে বহি সতৃষ্ণ নয়নে বাটলৈ চাই থাকে তাৰ প্ৰাণত হয়তো আকুল পিয়াহ জাগি উঠে প্ৰিয়জনৰ মুখ চাবলৈ, কাৰোপৰা সহানুভূতি পাবলৈ। সেই বাবে ওৰে দিনটো সি তাতেই বহি থাকে। তাৰ কাম কাজ নাই। থাকিলেও সি কৰিবলৈ অসমৰ্থ। বাটেদি মাজে সময়ে দুই চাৰিটা মানুহ অহা যোৱা কৰে। সিহঁতক দেখিলে তাৰ মনত বৰ ভাল লাগে। সি সিহঁতৰ পিনে চাই থাকে। কেৱে কেৱে দয়া কৰি তাক এটি পইচা বা ক্ষুদকণ এমুঠি দি যায়। বিষাদৰ মাজতো তাৰ মুখখন অলপ জিলিকি উঠে। দুই হাত তুলি সি সিহঁতক আশীৰ্ব্বাদ জনায়— ভগবানে যেন সিহঁতৰ মঙ্গল কৰে, সিহঁতক ধন, সোণ, ঐশ্বৰ্য্য বিভূতি দান কৰে।

পুহ মাহ। দিনবোৰ চুটি। তথাপি তাৰ প্ৰতি দিনটো বৰ দীঘল আৰু তাতকৈ দীঘল ৰাতিটো। কোনোমতে এটা দিনৰ পিছত এটা ৰাতি পাৰ হয়। তাৰ পিছত আকৌ এটা দিন আৰু ৰাতি। কেতিয়ালৈকে তাৰ জীৱনত এই দিন ৰাতিৰ পুনৰভিনয় চলি থাকে সি তাক নাজানে। কিন্তু সি কামনা কৰে ইয়াৰ যেন সোনকালে অন্ত হয়। সি নাজানে মৃত্যুৰ পাচত তাৰ কি হব নাইবা মৃত্যুৱেই মানুহৰ শেষ কৰ্ত্তব্য নেকি? তথাপি সি ইচ্ছা কৰে পৰিবৰ্ত্তন। ইয়াৰ বাবেই সি অজানিত আতঙ্কৰ মাজেদিও মৃত্যুক সাদৰে বৰণ কৰে।

তথাপি সি জীয়াই থাকে। মানুহে দেখি আচৰিত হয় সি থায় কেনেকৈ। সিও ভাবি আচৰিত হয় সি জীয়াই আছে কেনেকৈ? কত সময়ত সি খাবলৈ পোৱা নাই, প্ৰকৃতিৰ কত ৰকমৰ তাণ্ডৱ তাৰ ওপৰেদি বাগৰি গৈছে তথাপি তাৰ মৃত্যু নহয়, যাতনাৰ ওৰ নপৰে। কেতিয়াবা কেতিয়াবা বনৰ মাজত বাঘৰ ভীষণ গৰ্জ্জন শুনা যায়। হিংস্ৰ জন্তু সি। মাংসৰ লোভত সি আচৰিত শক্তি দেখুৱায় কিন্তু সিও বঞ্চনৰ পাপী দেহটোক ঘিণ কৰে।

নিশা, তাৰ গাত এডুখৰি সামান্য কাপোৰ। সিও ফটা-ছিটা আৰু মলিয়ন। বাহিৰৰ চেঁচা বতাহে তাক থক্ থক্ কৰে কঁপাবলৈ ধৰে। কেতিয়াবা কেতিয়াবা জাৰত ভুত

নাপাই কিছুমান খেৰ-কুটাৰে জুই জ্বলাই সি ওৰে ৰাতি বহি থাকে। ৰাতিপুৱা ব'দ ওলালে তুৱাৰ মুখত সি এখন্তেক শোৱে। ক্ষণেকৰ কাৰণে নিদ্ৰাদেবীয়ে আলফুলকৈ ৰঞ্জনক নিজৰ কোলাত শান্তি দিয়ে। সি তাতেই দীঘল হৈ পৰি থাকে। মানুহে ভাবে ৰঞ্জন মৰিল। কিন্তু কিছু সময়ৰ পিছত ৰঞ্জন আকৌ উঠি বহে। মানুহে আচৰিত হয়। "ৰঞ্জন মৰিও নমৰে। ভগৱানৰ সৃষ্টিৰ অৰ্থ বুজিব নোৱাৰি।"

বহুতৰ মনত ৰঞ্জনৰ জীৱনটো এটা অলৌকিক সাঁথৰ। সংসাৰত বাধা-বিঘিনিৰ মাজত জীয়াই থকা টান কিন্তু ৰঞ্জনৰ মনত জীয়াই থকাতকৈ মৃত্যুলাভ কৰাতোৱেইহে টান।

অতি লাহে লাহে দিনবোৰ গৈ থাকিল। সেই একে ধৰণৰে দিন আৰু ৰাতি—ৰাতি আৰু দিন। ৰঞ্জন এতিয়া তাৰ পঁজাটোৰ ভিতৰতেই পৰি থাকে, বাহিৰলৈ ওলাই আহিবই নোৱাৰে। কেবাদিনো সি এই ৰকমে পৰি থাকিল। তাৰ পিছত তাক তুনাই বাহিৰলৈ ওলোৱা দেখা নগল।

লাহে লাহে অলপ আঁতৰতে থকা গাৱঁখনত প্ৰচাৰ হ'ল "ৰঞ্জন মৰিল।"

এজন ডেকাই আনবোৰক সুধিলে—"তাৰ সৎকাৰৰ কি ব্যৱস্থা কৰা?"

আন মানুহবোৰে মাটি চুই কাণত হাত দিলে "ৰাম ৰাম। ৰঞ্জনে নিজৰ পাপৰ ফল নিজেই ভোগ কৰিছে।

তাৰ ভাগী হবলৈ কাৰ সাহ আছে। কোনে জ্বলা জুই হাতেৰে ধৰিবলৈ যাব ?”

ডেকাজনে আনবোৰৰ কথা ভালকৈ বুজিব নোৱাৰিলে। কুষ্ঠৰোগী হলেও মৃত্যুৰ পৰশে তাৰ দেহ পবিত্ৰিত কৰিছে। এনে স্থলত বাহ্যিক সামাজিক সৎকাৰৰপৰা সি বঞ্চিত হব কেলেই ? সেই বাবে সি নিজেই প্ৰস্তুত হ’ল। সমাজক সি ভয় নকৰে। সিও সমাজৰ এজন। কোনো সঙ্কোচৰ ভাব মনলৈ নানি ডেকাজন গল আৰু দেখিলে অনাদৃত, অৱহেলিত ৰঞ্জনৰ দেহ পঁজাৰ ভিতৰত দীঘল হৈ পৰি আছে। তাৰ চকু দুটা জাপ গৈছে। কিন্তু তাৰ দীঘল আৰু ঘন দাড়িবোৰৰ মাজেদি দাঁত কেইটামান স্পষ্টকৈ ওলাই আছে। দুৰ্ভগীয়াৰ জীৱন শেষত অস্ত পৰিল। সাংসাৰিক যাতনাৰপৰা সি মুক্তি পালে। পাপী সি। এই পাপৰ প্ৰতিফল পৰজন্মত কি হয় কোনে জানে। কিন্তু ইহ জন্মত সি ভুগিলে। ভগৱানৰ বিচাৰত এয়েই তাৰ প্ৰায়শ্চিত্ত নহবনে ?

ডেকাজনে পঁজাটোৰ দুৱাৰ মুখত ভালেমান সময় থিয় হৈ থাকিল। ৰঞ্জনৰ হাত ভৰি লৰা নাই। চিত্ৰিত ছবি এটাৰ দৰে সি তাতে পৰি আছে। তেনেহলে ৰঞ্জন মৰিছে। তাত সন্দেহ নাই।

ডেকাজনে শুকান কাঁহিবন কিছুমান গোটাই পঁজাটোত

জুই লগাই দিলে। জুই দপ্‌দপাই উঠিল। কেই টুকুৰামান শুকান কাঠ আনিও সি আঁতৰৰপৰা তালৈ দলিয়াই দিলে। ডেকাই তাৰ কৰ্ত্তব্য সমাপন কৰি গুচি গল। ৰঞ্জনৰ অৰ্দ্ধ-দগ্ধ শৰীৰ তাত কিছুদিন ধাগৰি থকাৰ পিছত সেই ঠাইতেই কাঁহিবন গজি উঠিল। লাহে লাহে ৰঞ্জন নাইবা তাৰ পঁজাৰ স্মৃতি ফেৰাও তেনেই লোপ পালে। কিন্তু গাৱঁত ডেকাজনৰ বিপক্ষে থিয় হোৱা প্ৰবল দল এটিয়ে ডেকাজনক এঘৰীয়াকৈ ৰাখি দীঘল চাৰি বছৰ কাললৈ তাৰে আলোচনাত ব্যস্ত থাকিল। ডেকাক দোষী সাব্যস্ত কৰিবলৈ কেঁৰে কেৰে হাতৰপৰা ধনো খৰছ কৰিলে। অৱশেষত পণ্ডিতৰ সভা বহিল। ডাঙৰ ডাঙৰ পুথি উলিয়াই পণ্ডিত-মণ্ডলীয়ে নানান তৰ্ক-বিতৰ্কত দুদিন কটালে। তৃতীয় দিনা সিদ্ধান্ত হল—ডেকা নিৰ্দ্দোষী।

তথাপি বিপক্ষ দল সন্তুষ্ট নহল। সিহঁতে কলে "তাৰ মইমতালি খনকে চাচোন। দহজনক মানিব নোখোজে, নষ্ট পাব।"

---

নিতৌ নতুন ঠাট্টা বিদ্রূপ, লাজ আৰু অপমানৰ মাজেদি ৰতনৰ নৰা কাল লাহে পাৰ হৈ গল। আজি সি ডেকা, কুৰি বছৰৰ দুৱাৰ দলিত ভৰি দিছেহি। তথাপি সি ভাবে সি জাৰজ— সি হীন। ঘূৰণীয়া আকৃতিৰ নিপোটল ৰতনৰ মুখ, বলিষ্ঠ তাৰ দেহ, কৰ্ম্মঠ তাৰ দুখনি হাত। সি কাম কৰে। হাতুৰীটিয়ে তাৰ একমাত্র সম্বল,— ইযেই তাৰ বিশ্রাম, ইয়েই শান্তি। নাই তাৰ অন্তৰত ভাগৰ, নাই সঙ্গীতৰ লিপ্সা, নাই আমোদ চিন্তাৰ মাদকতা। কঁাহৰ ওপৰত টং টংকৈ পৰা নিয়মিত হাতুৰীৰ শব্দ তাৰ প্রতি সঙ্গীত আৰু অবিশ্রান্ত পৰিশ্রমেই তাৰ আমোদ। তাৰ সমনীয়া ডেকাবিলাকৰ লগত সি প্রায়েই ফিতাহি মাৰি বাটে ঘাটে নুফুৰে। তাৰ লাজ লাগে; ভয় হয় জানোচঁা কোনোবাই তাক জাৰজ বোলে।

ৰতন আজি কালি বুজা হৈছে। নিজে পেটৰ ভাত মোকোলাই মললে কেৱে খাবলৈ নিদিয়ে। তাৰোপৰি মানুহক লাগে ধন। তাৰ বিদ্যা ইংৰাজীৰ এ বি চি ডি আৰম্ভ কৰোঁতেই শেষ হল। নহল বিদ্যা নাই সি তাৰ বাবে দুখ নকৰে কিন্তু মানুহে তাক জাৰজ বোলে—এয়েই দুখ।

সি তাবে হলেই বা সি জাৰজ তাতে তাৰ দোষ কি? কোনো প্ৰবল উত্তেজনা বা আকাঙ্ক্ষাৰ হাত সাৰিব নোৱাৰি তাৰ মাকে হয়তো এটা ভুলেই কৰিছিল আৰু তাৰ ফলতেই হয়তো আচৰিত ৰকমে তাৰ জন্ম হল কিন্তু সি জানো নিজেই আপোন ইচ্ছাতে কিবা দোষ কৰিছে? চিন্তাৰ ঢৌ অন্তৰত উঠি অহাৰ লগে লগেই সি জড়সৰ হৈ পৰে। তাৰ হাতৰ হাতুৰী হাততে থাকে আৰু কিছু সময় তন-মুৰকৈ ভাবি হুনাই নিজৰ কামত লাগি যায়।

ঈশ্বৰৰ কৃপাত ৰতনৰ খোৱা লোৱাৰ বিষয়ে কোনো চিন্তা কৰিবৰ দৰকাৰ হোৱা নাই। তাৰ মাক আছে। কিমান আদৰ কৰে তাক তাৰ মাকে, কেনে যত্নেৰে তাক খুৱায়, তাৰ গাত হাত বুলায়। মাকৰ একেটি লৰা সি। মাকে তাক লৈ গৰ্ব্ব কৰে, কয় "ৰতনৰ নিচিনা ওচৰত লৰা নাই, ৰতন গুৱনি, ৰতন কৰ্ম্মী, ৰতন মোৰ চকুৰ মণি।" ৰতনে ভাবে তাৰ মাক দেবী। হব পাৰে তেওঁ দুখীয়া, নহব পাৰে উচ্চ সমাজত তেওঁৰ স্থান, তথাপি তাৰ জননী স্নেহময়ী, তাৰ মাতৃ দেৱী। এনে স্নেহময়ী জননীৰ সমুখত থাকি সি কেনেকৈ মানি লয় যে সি জাৰজ?

মানুহে তথাপি নুবুজে। কেতিয়াবা কেতিয়াবা তাক কোনোৱে কোনোৱে সোধে "তোৰ পিতাৰ নাম কি?" গৰ্ব্বেৰে আৰু নিৰ্ভীক চিত্তে সি উত্তৰ দিয়ে "ধনীৰাম"। মানুহবিলাকে হো হো কৈ হাঁহি উঠে। সি বুজি পায়

সিহঁতে তাক ঠাট্টা কৰিছে, জাৰজ বুলিছে। লাজ অপমানত সি সেই সমাজ ত্যাগ কৰে আৰু নিয়াৰিৰ ওচৰত বহি সি আপোন মনে নিজৰ কামত লাগি যায়।

ৰতনে চিন্তাৰপৰা মুক্ত থাকিবলৈ সদায় ইচ্ছা কৰে। কল্পনাত আনে সুখ পাব পাৰে কিন্তু ৰতনে নাপায়। সি যে জাৰজ, সি যে বাপেকৰ নাম কলে সকলোৰে হাঁহি উঠে। সেই বাবে সি সদায় এই কথা পাহৰিবলৈ যত্ন কৰে, সদায় কামতেই ব্যস্ত থাকে তথাপি প্ৰত্যেকটো হাতুৰীৰ শব্দই যেন তাক কৈ দিয়ে সি জাৰজ। ঘৰৰ ভিতৰলৈ সোঁ সোঁকৈ বলি অহা বতাহেও যেন তাক কয় সি জাৰজ। সি ক্ষিপ্ত হৈ উঠে। হাতুৰী কাঁহ সকলোকে এৰি থৈ সি মাকৰ ওচৰ পায়গৈ। তাৰ মনত ইচ্ছা হয় সকলো লাজ কাজ কাতি কৰি থৈ সি মাকক সোধে "আই মোৰ পিতা কোন?" কিন্তু সি তেনে ধৰণে যোৱা দেখিলেই মাকে আথে বেথে তাৰ ওচৰলৈ আহি সোধে "ৰতন, বাছা, তোৰ ভোক লাগিছে — কিবা খাবি?" ততালিকে ৰতনৰ স্থিৰ প্ৰতিজ্ঞা অন্তৰৰপৰা আঁতৰি পলাই যায়। মাকৰ কথা শুনি তাৰ দুয়োটা চকুতেই অশ্ৰুকণা ওপঙি উঠে। কোনোমতে তাক গোপন কৰি সি তাৰ কামত লাগে। মুহূৰ্ত্তৰ বাবে তাৰ মনলৈ ভাব আহে সমস্ত বিশ্ব ব্ৰহ্মাণ্ডই চিঞৰি কলেও সি কেতিয়াও জাৰজ নহয়। তাৰ মুখত এটা উল্লাসৰ ৰেখা ফুটি উঠে আৰু দুগুণ বলেৰে সি

হাতুৰীৰে কোবাবলৈ ধৰে।

ৰতনৰ দিন যাবলৈ ধৰিলে। তাৰ লগৰীয়া বেছি নাই, দুটা এটাহে। দিনে দিনে সি লগৰীয়া কমাই আনিছে। কিয়নো সি বুজিছে যে ছল পালেই সিহঁতে তাক জাৰজ বুলি কয়। তাৰ ঘৰলৈকেও মানুহ দুনুহ বেছি নাহে— অহাও সি বৰ ভাল নাপায়। সি নিঃস্ব, ঐশ্বৰ্য্যহীন, তাতে সি কাঁহৰ কাম কৰে। আনবিলাকৰ লগত তাৰ সম্বন্ধ কি? সেই বাবে সি নিঃসঙ্গ জীৱনকেই ভাল পায়।

একেজন মানুহ মাখোন প্ৰায়েই তাৰ ঘৰলৈ আঁহে। সৰুৰেপৰা ৰতনে তেওঁক দেখা পাইছে। কেতিয়াবা কেতিয়াবা সি তেওঁৰ কোলাতো উঠিছে আৰু তেওঁৰপৰা যথেষ্ট আদৰো পাইছে। এটা অফিচত তেওঁ কেৰাণী কাম কৰে— দৰ্ম্মহাও পায় হেনো মাহে ডেৰ শ। মাকৰ মুখে ৰতনে শুনিছে যে তেওঁৰ নাম ৰবীন্দ্ৰ, সিহঁতৰ গাৱঁৰ ওচৰৰে মানুহ আৰু তেনেই লগা ভগা। ৰতনে জানে তাৰ আচল ঘৰ গাওঁত কিন্তু সিহঁত চহৰলৈ আহিল কিয় বা কেনেকৈ সি ঠিককৈ নাজানে। মাকে কৈছিল যে সিহঁতৰ বিপদৰ দিনত এই ৰবীন্দ্ৰ কেৰাণীয়ে মাকক চহৰৰ ওচৰত স্থান দিয়ে। গতিকে কেৰাণী ৰতনৰ আপোন মানুহ।

ৰতনৰ ঘৰ গাওঁত? তাৰ মনত নতুন নতুন আশা জাগি উঠে। সি পেটে পেটে ভাবে যে অলপ ধন ঘটিব পাৰিলেই সি নিজৰ ঠাইলৈ উভতি যাব। সেই ঠাই

মানুহবিলাক নিশ্চয় ভাল। সিহঁতে তাক আদৰ যত্ন কৰিব; সি উভতি যোৱাত সকলোৱে আনন্দ পাব। আৰু তাতোকৈ সুখৰ কথা হব যে তাৰ মুখৰপৰা জাৰজ আখ্যাৰ কালিমাতো চিৰকাললৈ লোপ হৈ যাব। ৰতনৰ মনত চহৰৰ ওচৰৰ মানুহবোৰ চকুচৰহা। সি দুপইচা নিজেই উপাৰ্জ্জন কৰি খাইছে। মানুহে সেইটো সহিব নোৱাৰে। সিহঁত হিংসুক, কপট আৰু সেই বাবেই সিহঁতৰ মাজত সি জাৰজ

ৰবীন্দ্ৰ কেৰাণীয়ে ৰতনৰ মাজে সময়ে খবৰ লয়। ৰতনে কেনে কাম কৰিছে, তাৰ গা কেনে ইত্যাদি খবৰত কেৰাণীয়ে আনন্দ নিৰানন্দ প্ৰকাশ কৰাৰ চিন দেখা যায়। ৰতনৰ মাকেও কেৰাণীক বৰ ভাল পায়। একে ঠাইৰে মানুহ একে লগে উঠা বহা, তাতে আকৌ জাতিতো একে— ভাল পাবৰ কথাই। যোৱা বছৰ ৰতনৰ জ্বৰ হৈছিল। মাক অকলশৰীয়া। ৰতনক অকলে এৰি তেওঁ কলৈকো যাবও নোৱাৰে। কিন্তু এনে বিপদৰ দিনতো কেৰাণীয়ে ৰতনৰ মাকক সহায় কৰিছে। সেই সময়ত নিতৌ তেওঁ ৰতনৰ ঘৰলৈ পুৱা গধুলি আহিছিল, কেতিয়াবা কেতিয়াবা নিজেই ঔষধো আনি দিছিল। মুঠৰ ওপৰত কেৰাণীৰ দৰে সহায় কৰা মানুহ ৰতনহঁতৰ আন কেৱে নাই। এনে স্থলত কেৰাণীয়ে ৰতনৰ পৰাও ভালপোৱা আকৰ্ষণ কৰা স্বাভাবিক। তেওঁ তাৰ পৰা ভক্তি আকৰ্ষণ কৰিব পাৰিছিল নে নাই কব নোৱাৰোঁ — কিন্তু ভাল পোৱা হলে পাৰিছিল।

আনৰ দৰে ৰতনেও ভাল পাব জানে, আনৰ দৰে তাৰো কল্পনা আছে কিন্তু সি কল্পনাক ভয় কৰে। কোনো ভালপোৱা বা প্ৰীতিৰ কল্পনা কৰিবলৈ গলেই হঠাৎ তাৰ মনলৈ আহে জাবৰ আখ্যাটো। সি ভয়তে শিয়ৰি উঠে আৰু ইয়াৰপৰা আঁতৰত থাকিবলৈ চেষ্টা।

সন্ধ্যা ৰতনে আপোনমনে তাৰ কঁহাৰশালিত বহি এটা কাঁহৰ বাটি চাকা কৰি আছে। এনেতে দুজন মানুহ বাটৰ আগত উপস্থিত হল। এজনে এটা লৰাক সুধিলে "বাপা, এইটো কাৰ ঘৰ?" লৰাজনে উত্তৰ দিলে "ৰতনৰ ঘৰ।" নগৰ মানুহজনে প্ৰশ্নসোধাজনক হাতত ধৰি টানি কলে, "ইয়াত থাকিব নোৱাৰি — বেয়া মানুহ।" কণ্টকৰ দৰে কথাবোৰ ৰতনৰ কাণত প্ৰবেশ কৰিলে। সি কঁহাৰশালিৰপৰা ওলাই আহি দেখিলে মানুহ দুজন বাটে বাটে গৈ আনৰ ঘৰত সোমাল।

অচিনাকি মানুহ দুজনৰ মুখৰপৰা এনে কথা ওলোৱাত ৰতন বৰ আচৰিত হল। তাৰ নিশ্চয়কৈ জানিবৰ ইচ্ছা হল সঁচাকৈয়ে সি হীন নেকি? সি একেবাৰেই ঘৰৰ ভিতৰলৈ সোমাই গৈ কোনো আগগুৰি নোহোৱাকৈ প্ৰশ্ন কৰিলে —আই! আমি হীন নেকি?

ৰতনৰ এই অস্বাভাৱিক প্ৰশ্নত মাক বৰ আচৰিত হল। তেওঁ একো বুজি নাপালে ৰতনৰ প্ৰশ্নৰ নিগূঢ় অৰ্থ কি? তথাপি পুতেকৰ মনৰ কৌতুহল গুচাবৰ মনেৰে মাকে কলে

—ৰতন, তই হীন নহয়। তোৰ ওচৰত যিবোৰ আছে সেইবোৰতকৈ তোৰ কুল ভাল। কিন্তু বাছা কি কৰিবি, মোৰ দুৰ্ভাগ্য আৰু তোৰো দুৰ্ভাগ্য—” কথা শেষ নকৰি মাক মাজতে ৰৈ গল। ৰতনৰ মনৰ মাজেদি আনন্দৰ জিলিকণি খেলি গল। তাৰ সৎকুলত জন্ম, চুবুৰীয়াতকৈ তাৰ কুল উৰ্চ্চ— বিজুলীৰ দৰে কত কথা তাৰ মনলৈ নাহিল! গৰ্ব্বতে তাৰ বুকু ফুলি উঠিল। আনন্দত সি মাকৰ মুখলৈ চালে। কিন্তু কি আচৰিত! মাকৰ চকুৰেদি গিৰ্‌গিৰকৈ চকুপানী পৰিবলৈ ধৰিছে আৰু এটি অবৰ্ণনীয় অৱসাদে যেন তেওঁৰ গোটেই শৰীৰকে ক্লান্ত কৰি পেলাইছে। তেওঁ নিশ্চল; তেওঁৰ চকু অধোস্থিত। মাকৰ এনে কৰুণ-মুৰ্ত্তি দেখি ক্ষণেকতে তাৰ মনৰপৰা গৰ্ব্বৰ ভাব আঁতৰি গল। সি নিজকে ধিক্কাৰ দিলে। কি ভুল কৰিলে সি! তাৰ প্ৰশ্নই হয়তো এটি অতীত মাধুৰী মাকৰ চিত্ৰপটত উজ্বলাই দিলে আৰু সেই অতীত গৌৰৱৰ আৰু বৰ্ত্তমানৰ দৈন্যৰ ৰিজনিত মাকৰ এই দুখ, এই চকুপানী। সি স্থিৰ কৰিলে মাকৰ মনত সি দুনাই দুখ নিদিয়ে, তেওঁক প্ৰশ্ন নকৰে। তেওঁ যি কৈছে সি সত্য কাৰণ ৰতনৰ মনত মাক দেৱী।

ৰতন আজি কালি প্ৰায়েই বাহিৰলৈ নাযায়। মাকৰপৰা সি সকলো শুনিছে। মাকৰ কথাই তাৰ প্ৰতি বেদবাণী। মিছা বাহিৰৰ জল্পনা কল্পনালৈ কাণ কৰি অন্তৰত অশান্তিৰ

বোজা বান্ধি লোৱাৰ একো লাভ নাই। সেই বাবে সি ঘৰতে থাকে— কাম কৰে।

ৰবীন্দ্ৰ কেৰাণী ৰতনৰ ঘৰলৈ এতিয়াও আহে কিন্তু আগতকৈ পাতল! মাকে কেতিয়াবা কাৰণ সুধিলে ধৰুৱা জঞ্জালকৈকে আঙুলিয়ায়। সিদিনা সন্ধিয়াৰ পিছত ৰবীন্দ্ৰ কেৰাণী ৰতনহঁতৰ ঘৰত সোমাইছে। ৰতন তেতিয়া কঁহাৰশালত কাম কৰি আছিল— সি সদায় থাকে। ঘৰৰপৰা কিবা অলপ বস্তু আনো বুলি সি ঘৰৰ দুৱাৰমুখ পাইছেহি। এনেতে সি কেৰাণীৰ মাত শুনিলে "ইয়ালৈ ঘনকৈ আহিলে আনে বেয়া কথা কয়। তোমাৰ কথা সকলোৰে জানে।"

ৰতনৰ কাণত চাঁত কৰে বিজুলীশক্তি প্ৰবাহিত হল। সি লাহে লাহে ভিতৰ সোমাই দেখিলে মাকৰ মুখ বিষাদৰ অন্ধকাৰেৰে আগুৰা, চকু চলচলীয়া। মুহূৰ্ত্তৰ কাৰণেও সি তাত অপেক্ষা নকৰি তাৰপৰা ওলাই আহিল।

ৰাতি ভাত খোৱা সময়ত। সি মাকৰ আগত কলে— "কেৰাণীক আমাৰ ইয়ালৈ আহিবলৈ বাধা দিবি আই। তেওঁ ভাল মানুহ নহয়।"

মাকে তাক সান্ত্বনা দিলে আৰু সস্নেহে কলে "ৰতন, বাছা, কেৰাণী আমাৰ আপোন। তেওঁৰ সহায় নহলে ইয়াত কেনেকৈ তিষ্ঠিবি?"

উৎসাহপূৰ্ণ হৃদয়েৰে ৰতনে কৈ উঠিল "ইয়াত থাকিব

নোৱাৰো, গাঁৱলৈ যাম— নিজৰ ঠাইত খুজি খাম। তাত সকলোৱে আমাক আদৰ কৰিব, আমি উন্নতি গলে আনন্দ প্ৰকাশ কৰিব।”

মাকে ৰতনৰ গাত হাত বুলাই কলে “বাছা, গাওঁ ইয়াতোকৈ ভীষণ। গাওঁত আমাৰ স্থান নাই। তাত যে হিংসা কপটতা ইয়াতকৈও বেছি বাছা। তাৰ তিক্ততাই মোক জৰ্জ্জৰিত কৰি তুলিছে। উপাই নাপাই তাৰপৰা পলাই আহিছোঁ। আত্মীয়-স্বজন সকলোৰে সম্বন্ধ ছিগি পেলাইছোঁ। সি দুনাই জোৰা নালাগে ৰতন। কেৰাণীক ভুল নুবুজিবি। তেওঁ ইহে আমাৰ বন্ধু।”

মাকৰ কথাৰ দুনাই প্ৰতিবাদ কৰিবৰ ৰতনৰ ইচ্ছা নহল। কেৰাণীৰ ওপৰত ৰতনৰ খং তেওঁ মাকৰ মনত দুখ দিছে বুলি। কিন্তু মাকে নিজেই যেতিয়া তেওঁক ক্ষমা কৰিছে ৰতনৰ একো আপত্তি নাই। ৰতনে জানে একমাত্ৰ আপোন তাৰ মাক। মাকৰ মনত যেয়ে দুখ দিব তাৰ সৰ্ব্বনাশ কৰিবলৈকো সি প্ৰস্তুত। তিন দিন পাৰ হৈ গল। চতুৰ্থ দিনা ওচৰৰে এঘৰ মানুহে সন্ধ্যা ৰতনক ভোজ খাবলৈ মাতিলে। সিদিনা ওৰে দিনতো ৰতনে কামৰপৰা অৱসৰ পোৱা নাই— মনচুপৰ ঘৰত দিব লগা বাটি কেইটা এতিয়াও হৈ উঠা নাই। অবিশ্ৰান্ত ভাবে গোটেই দিনটো কাম কৰিছে সি। তাৰ যেন অৱসাদ নাই, ক্লান্তি নাই। সন্ধ্যা পাৰ হৈ গল। ৰতন তেতিয়াও কামত ব্যস্ত। ওচৰৰ দু

চাৰিজন সমনীয়া ভোজ খাবলৈ গল। ৰতনে ভেতিয়াও কাম কৰি আছে। আন এজন সমনীয়াই বাহিৰৰপৰা মাতিলে "ৰতন ?" কিন্তু ৰতনৰ মাতবোল নাই। সি কৰ্ম্মী। সমনীয়া ভিতৰলৈ সোমাই আহিল। ৰতনে শেষত সকলোকে সামৰি থৈ তাৰ লগতে ওলাল।

ভোজৰ সকলো ঠিক্ ঠাক্। মাত পৰিল। সকলোৰে খাবলৈ বুলি উঠিল। লগতে ৰতনো উঠিল। নিমিষতে ৰতনৰ ওপৰত চাৰিজন বুঢ়াৰ নজৰ পৰিল। সিহঁতে ফুচ্ ফাচ্ কৰিবলৈ ধৰিছে। এজনে খোলাখুলিকৈ কৈ উঠিল — "এঃ সকলোৰে লগত খোৱামেলা কৰিব নোৱাৰি দেওহে। হাজাৰ হলেও ধৰ্ম্ম আছে।" ৰতনৰ মুখ ক'লা পৰি গল। ঠিক এনে সময়তে আন এজন মানুহ আহি ৰতন আৰু তাৰ দুজন সমনীয়াক মাতিলে "আহা, আহা তোমালোক এইফালে আহা।" ৰতনে স্থিৰ বুজিলে বুঢ়াৰ বিদ্ৰূপৰ তীক্ষ্ণবাণ তাৰ ওপৰতেই নিক্ষেপ কৰা হৈছে। সি জানিলে, স্পষ্টকৈ বুজিলে এই সমাজত তাৰ স্থান নাই। তাৰ সমুখত আটাইবোৰেই চিনাকি মানুহ। বহুতক সি জেঠা, খুৰা সম্বন্ধ ধৰি মাতে তথাপি এওঁলোক তাৰ কোনো নহয়। এই সমাজত তাৰ আপোন নাই— সকলো শত্ৰু। চোৰৰ নিচিনাকৈ ৰতন তাৰপৰা পলাই আহিল। সমনীয়া দুই এজনে তাৰ বিচাৰ কৰিলে কিন্তু ৰতন নাই। আন কেৰে তাৰ বিচাৰ নললে।

সকলোৱে নিৰ্ভয়ে খাবলৈ বহিল। আৰু ৰতন ? সি অভিমানত দগ্ধ আৰু ক্ৰোধৰ জ্বলন্ত অন্তৰ লৈ ঘৰৰ ওচৰ পালেহি।

ঘৰৰ ভিতৰত কোনোবাই উচুপি উচুপি কান্দিছে। সি স্থিৰ হৈ ৰল। এনেতে সি মাকৰ ভগা ভগা মাত শুনিবলৈ পালে, "আপুনি মোৰ সৰ্ব্বনাশ কৰিছে। আপোনাৰ কাৰণে মোৰ আজি এই অৱস্থা।" ৰতনৰ গাৰ নোম ডাল ডাল হৈ থিয় দিলে। মুহূৰ্ত্তৰ ভিতৰতে তাৰ এটা অস্বাভাবিক পৰিবৰ্ত্তন হৈ গল। তত্তালিকে তাৰ চকু মুখত এটা হিংস্ৰতাৰ চিন ফুটি উঠিল। ঠিক এনে সময়তে কেৰাণীৰ স্পষ্ট কথা শুনা গল "লক্ষ্মী, পাহৰি যোৱা কেলৈ ? তোমাৰ অতুলনীয় ৰূপৰাশিৰ লোভ দেখুৱাই মোক পথভ্ৰষ্ট কৰিছিলা। দোষী তুমি— মই নহয়।"

"দোষী মই, দোষী মই।" বুলি ৰতনৰ মাকে হুক হুক্ কৰি কান্দিবলৈ ধৰিলে। ৰতনৰ অসহ্য হল। কোনো দিনেই সি মাকক এনে দৰে কান্দা শুনা নাই। তাৰ মাকৰ মনত দুখ দিবলৈ এই নৰ-পিশাচৰ কি অধিকাৰ আছে ? নাচি উঠিল তাৰ কৰ্ম্মঠ, শক্তিমন্ত হাত, চকু-মুখে ফুটি উঠিল কুটিল হিংস্ৰতা। শাস্তি! সি কঁহাৰশালিলৈ দৌৰি গৈ হাতুৰীটো হাতত ললে। ধুমুহাৰ দৰে প্ৰচণ্ড বেগে ঘৰৰ ভিতৰ সোমাই সি বলীয়াৰ নিচিনাকৈ চিঞৰি উঠিল —"বাহিৰ হ, বাহিৰ হ পিশাচ।"

ৰবীন্দ্ৰ কেৰাণীৰ চুৰ্ত্তি হেৰাল। ই কি প্ৰলয়ঙ্কৰী মূৰ্ত্তি। তাৰ দুয়োটা চকুৰেদি যেন হিংসাৰ অনন্ত জুই ওলাব ধৰিছে। চাওঁতে চাওঁতে সি গৈ কেৰাণীৰ ডিঙিত টেপা মাৰি ধৰিলে আৰু হাতৰ হাতুৰী মূৰৰ ওপৰলৈ দাঙিলে।

মাক দৌৰি আহি ৰতনৰ হাতত ধৰিলে "ৰতন, ৰতন কি কৰ ?" ৰতন স্থিৰ প্ৰতিজ্ঞ। সি গৰ্জ্জি উঠিল "আজি ৰক্ষা নাই—আজি ৰক্ষা নাই।" ৰতনে মাকৰ হাতৰপৰা নিজকে মুক্ত কৰি বলীয়াৰ দৰে গৰ্জ্জি উঠিল আৰু হাতুৰী দাঙিলে। ততালিকে মাক দুয়োৰো মাজত গোমাই চিঞৰি উঠিল "ৰতন, ৰতন—ই পিতৃ-হত্যা।

নিমিষতে কেৰাণীৰ ডিঙিৰপৰা ৰতনৰ হাত স্খলকি পৰিল। সেঁা হাতত থকা হাতুৰী সি দলিয়াই পেলাই কেৰাণীৰ ভৰি দুখনত দীঘল দি পৰিল "কোনে কয় মোৰ পিতা নাই ?" অভিমানেৰে দগ্ধ-হৃদয় নিজৰি তাৰ চকুৰেদি চকুপানী ওলাই কেৰাণীৰ ভৰি ধুই নিলে। তেওঁৰ ভৰিতেই দীঘল দি পৰি থাকিল সি। তাতো যেন তাৰ তৃপ্তি।

আবেগপূৰ্ণ অন্তৰেৰে কেৰাণীয়ে দুয়ো হাতেৰে ৰতনক মাটিৰপৰা তুলি চকুপানী মচি দিলে আৰু কলে— "ৰতন, পুত্ৰ মোৰ, ময়েই তোৰ পিতা। মোক ক্ষমা কৰিবি।"

---

# ধনবৰ

স্থান— যোৰহাট

ৰচনা কাল— ২৫ এপ্ৰিল ১৯৪০

ধৰমতুল গাঁৱৰ ধনবৰ গাওঁবুঢ়াই যিদিনা হুসেৰনান চাউল গামোছাত বান্ধি লৈ আহি শুকান মুখেৰে মোৰ আগত উপস্থিত হৈছিল সিদিনাই মোৰ অন্তৰখন তাৰ প্ৰতি দয়াৰে উপচি পৰিছিল। তাৰ গাৰ গঠন, বহল বুকু অথচ উদ্যম আৰু কান্তিহীন মুখখনি দেখিবলৈ পাই মোৰ মনত প্ৰশ্ন উঠিছিল তাৰ দাৰিদ্ৰ্যৰ মূল কাৰণ সি নিজেই নে আমাৰ অৰ্থলোলুপ সমাজ! ভাবিছিলোঁ। সমাজ। নহলে ঈশ্বৰ প্ৰদত্ত তাৰ শক্তি সামৰ্থ্যৰ অপচয়ৰ অৰ্থ একো বুজা নাছিলো। সেই বাবে সি যেতিয়া চাউলখিনি মোৰ পিনে আগবঢ়াই দি তাৰ পৰিবৰ্ত্তে মিনতিৰ সুৰত মোক চাৰি অনা পইচা খুজিছিল মই আনন্দেৰে তাক ছয় অনা পইছা দি সি কি কৰে কেনেকৈ খায় ইত্যাদি প্ৰশ্ন কৰিছিলোঁ। মোৰ ব্যৱহাৰত সি সন্তুষ্ট হৈছিল আৰু আগ্ৰহেৰে তাৰ জীৱনৰ কথাবোৰ কবলৈ আৰম্ভ কৰিছিল। কিন্তু এনেতে সাধাৰণ কানি-কাপোৰ পিন্ধা এজনী আদহীয়া তিৰোতা কালৈকো কটাক্ষপাত নকৰি ভিতৰলৈ সোমাই আহিল। তাই ধনবৰক লক্ষ্য কৰি দাবীৰ সুৰত সুধিলে "চাউল,— মোৰ চাউল কি কৰিলি? ঘৰত ধান বানি, সি ঘৰত কটনা কাতি সেইখিনি চাউল আনিছিলোঁ;

তাকো লৈ আহিছু। ৰাতিলৈ মই নবা-ছোৱালীক খুৱাম ক'ৰপৰা ?"

তিৰোতাজনীৰ আচৰণ দেখি মই অবাক হলোঁ। অচিনাকি মানুহৰ আগত এজনী অসমীয়া তিৰোতাই এজন পুৰুষক এনে টান কথা কোৱা মই আগেয়ে শুনা নাছিলোঁ। সিদিনা তাইৰ আচৰণ দেখি প্ৰথমতে ভাবিলোঁ তাই বলীয়া। কিন্তু পিছ মুহূৰ্ত্তত ধাৰণা হল যে এই বলীয়ালি অৰ্থৰ অনাটন আৰু অভাবৰ নিষ্পেষণৰ পৰাও উদ্ভৱ হব পাৰে।

অপৰাধীৰ নিচিনাকৈ ধনবৰে ল্যাহেকৈ উত্তৰ দিলে — "হেৰ, তই যা। দেউতা আগতে বহি আছে। তেওঁ কি বুলিব। যা চাউলখিনি মই দেউতাক বেচিছোঁ।"

তিৰোতাজনীয়ে যেন তেতিয়াহে মোৰ অস্তিত্বৰ গম পালে। আগতকৈ নৰম সুৰত তাই কবলৈ ধৰিলে "দেউতা, এই বুঢ়াই মোৰ সকলো কাৰ্য্যৰ শনি হল। দিনৰ দিনটো কাম নাই, বন নাই, ইঘৰে সিঘৰে ফুৰিব আৰু মই ধান দাই, ভুঁই কৰি অনা ধান চাউলখিনি বেচি কানি খাব। আজি খুজি মাগি যি কেইটা চাউল আনিছিলোঁ তাকো আনি আপোনাক দিলে। এতিয়া মই নবা-ছোৱালী কেইটাক খুৱাওঁ কি? বৰ লবা আছে। সিও বাপেকৰ দৰে। ভালকৈ কানি কাপোৰ পিন্ধি সিও দিনৰ দিনটো টলৌ টলৌ কৰি ফুৰে— কলৈ যায়, কলৈ নাযায় তাৰ ঠিক নাই। যেনে

বাপেক তেনে পুতেক। মযেইহে ইহঁতক আৰ্জ্জি খুৱাব লগা হৈছে।”

সৰ্ সৰকৈ তিৰোতাজনীয়ে কথাবোৰ কৈ গল। মোৰ মনত দুখ লাগিল। পুৰুষ ?— কিন্তু নিজৰ অকৰ্ম্মণ্যতাৰ দোষত দুবেলা দুমুঠি খাবলৈ নাপাই হাহাকাৰ কৰে। তাৰোপৰি তিলে তিলে জীৱনী-শক্তি নাশ কৰা কানি ? মনত খং উঠিল। অলপ দুটা মাতেৰে সুধিলো, “ তই কানি খাৱ গাওঁবুঢ়া ? ”

“ হয় দেউতা পালে কেতিয়াবা কেতিয়াবা দুটা এটা টিকিৰা পোৰোঁ।” ধনৰৰে লাহেকৈ কলে। “ কি কৰিম দেউতা বেমাৰ। গাটো মুঠেই ভাল নাথাকে। আজি বা বুকুখন ধৰফৰায়, কাইলৈ বা মূৰটো ঘূৰায়, পৰহিলৈ বা জ্বৰ জ্বৰেই লাগে— এঃ নকব দেউতা আৰু কত কি ? দুটা এটা টিকিৰা পুৰিলে গাৰ বিষটো কমে, মনটোও অলপ ভাল লাগে আৰু ৰাতিও অলপ টোপনি আহে। খাওঁ দেউতা। মিছা কলে কি হব। এই মানুহজনীয়ে একো নুবুজে। পাৰোঁতেনো মই তেনেকৈ থাকোঁনে ? হেৰৌ কপাহীৰ মাক, তই একো নুবুজ। দেউতা কিমান ডাঙৰ মানুহ, দেউতাই বুজে। যা— তই ঘৰলৈ যা। তই তিৰোতা, তোৰ মুখত এইবোৰ কথা নুশুৱায়। লৰা-ছোৱালীক খুৱাব লাগে মই খুৱাম। আৰ্জ্জিব নোৱাৰোঁ দেউতাহঁতৰ দৰে

লোকৰপৰা খুজি মাগি নিম। তাত মোৰ লাজ নালাগে। কিন্তু তই বাটে ঘাটে এই দৰে কেপ্‌কেপাই . ফুৰিবি। বৰ বোপাৰ কথা কৈছ্? সি এজন মানুহ হব। বুজিছ্? কচোন গাৱঁত তাৰ দৰে লৰা কেইটা? মৌ মনাইৰ বৰ লৰাটো কলেজতো পঢ়িছে হেনো। সিও দেখোন আমাৰ বৰ বোপাৰ দৰে কানি কাপোৰকে পিন্ধিব পৰা নাই। আৰু চা। পুলিচৰ লগত কেইজনে সমানে সমানে চুৰট খাব পাৰিছে অ'? নকৰি এনে কথা নকৰি। বৰ বোপা এজন মানুহ হবই হব। তই নিশ্চয়কৈ জানিবি।"

তিৰোতাজনীয়ে ভিকাহি মাৰি উঠিল "এঃ হৈছে হৈছে! বাপেকে যি সোপ'টো আৰ্জ্জিছে তাৰেই নধৰা হৈছে আৰু পুতেকে আৰ্জ্জি দিব—অমি খাম, সেইবোৰ আমি সাধি অহা নাই।"

গাওঁবুঢ়াই আগতকৈ ডাঙৰ সুৰত আৰম্ভ কৰিলে— "যা বুলিছোঁ যা। দেউতাৰ আগত তই এনেকৈ কথা কব পাৰনে? দেউতা, আপুনি দোষ নধৰিব। এই মানুহজনীয়ে একো নাজানে। বুঢ়ী হল তথাপি তাই কথা কবলৈ নিশিকিলে। ময়ো জনা নাছিলো দেউতা, ময়ো জনা নাছিলোঁ। পিছে মোক শিকালে বৰ বোপায়ে।"

গাওঁবুঢ়াৰ কথাবোৰ শুনি মোৰ হাঁহি উঠিব খুজিছিল। পিছে তাক দমাই আগৰ প্ৰশ্নটোকেই সুধিলোঁ—

"গাওঁবুঢ়া, তই কানি খাব কিয় ?"

"এঃ দেউতা, আপুনি লৰা মানুহ। কানিত বৰ মোজ, বৰ আৰাম। দুজন লগৰীয়াৰ সৈতে খোলাত বহিলে কেনে যে লাগে"—আপোনা আপুনিয়ে গাওবুঢ়াৰ শুকান মুখৰ ওপৰত এটি আনন্দৰ আভা খেলি গল। "দেউতা, সৰগ দেখা নাই কিন্তু মনত ধাৰণা হয় কানিৰ খোলা নোহোৱা সৰ্গও ইয়াৰ সমান হব নোৱাৰে। দুই চাৰিটা হোপাৰ পিছতেই ধ্যানত বহা ঋষিৰ দৰে চকু দুটা লাহে লাহে জাপ খাই আহে, গোটেই গাটোতে যেন কোনোবাই জুৰ মলয়াৰ বা দি যায়। দেউতা, কপাহীৰ মাকে কেপ্‌কেপাই থাকে, লৰা-ছোৱালীয়ে কান্দে, তথাপি সেইবোৰলৈ মন নাযায়—আপোন পাহৰা হৈ পৰোঁ। তাৰ পিছত সুখৰ টোপনি আৰু মধুৰ সপোন। বৰ ভাগ্যেহে আমি অসমীয়াই এই বস্তুটো পাইছোঁ দেউতা। পিছে কৰবো সাহ নহয়। দেউতাৰনো যদি অভ্যাস আছে মই গোলামে—"

"ধেৎ" বুলি গাওঁবুঢ়াক ধমক দি তাৰ কানি মাহাত্ম্য শেষ কৰিলো। নিমিষতে তাৰ মুখৰপৰা আনন্দৰ জিলিকনি আঁতৰি গল আৰু মোৰ চকুত পৰিল আগৰ সেই শুকান মুখখনি। মাথোন এতিয়া এটি অস্বস্তিৰ ভাবে তাৰ ওপৰত এটি ক্ষীণ পৰিবৰ্ত্তন আনি দিছে।

মই আগতকৈ বহুতো গহীন হৈ তিৰোতাজনীক চাউল

কেইটা ফিৰাই দি কলোঁ। "তই এই খিনি লৈ যা আৰু লৰা-ছোৱালী কেইটাক খুৱাগৈ! যদি গাওঁবুঢ়াই পুনৰাই কানি খায় মোৰ আগত কৈ দিবি। তাৰ শাস্তি বিধান মই কৰিম।"

তিৰোতাজনীয়ে মোৰ ভৰিত ধৰিলেহি আৰু কলে, "দেউতা, এই ফেৰা উপকাৰ কৰক। ইয়াক কানি একেবাৰে এৰুৱাই দিয়ক।"

মই গাওঁবুঢ়াক হুকুম দিলোঁ। "গাওঁবুঢ়া, তই আজিৰপৰা কানি নাখাবি। মোৰ ঘৰলৈ সদায় আহিবি। অলপ অচৰপ কাম দিম। কৰিবি, দৰ্মহা পাবি।"

গাওঁবুঢ়াই এটি সেৱা জনাই—উত্তৰ দিলে, "ভাল দেউতা, কতয়ে কত বস্তু এৰিব ধৰিছে, মইনো কানিকে এৰিব নোৱাৰিমনে? হেৰৌ কপাহীৰ মাক, মই আজি দেউতাৰ আগত শপথ খালোঁ। মই কানি নাখাওঁ। বল এতিয়া যাওঁ।"

গাওঁবুঢ়াই আকৌ এটি সেৱা জনাই—মোৰ ঘৰৰপৰা উঠিল। লগতে ঘৈণীয়েকো উঠিল।

মই গাওঁবুঢ়াক সোঁৱৰাই দিলোঁ। "কাইলৈ আহিবিনে?"

"আহিম দেউতা, আহিম" বুলি গাওঁবুঢ়া বাট ললে।

পিছদিনা। ৰাতি পুৱাতেই ধনবৰ গাওঁবুঢ়া মোৰ ঘৰত উপস্থিত হলহি। মই তাক ওচৰলৈ মাতি আনি সুধিলোঁ।

" কালি নিয়া পইচা ছ অনাৰে কি কৰিলি অ' গাওঁবুঢ়া ? কানিৰ টিকিৰা পুৰিলি নেকি ? "

গাওঁবুঢ়াই আথেবেথে উত্তৰ দিলে, "এঃ নাই দেউতা, কানি খোৱা নাই। পইচা কেইটা থৈ দিছোঁ—টানে-মস্কিলে লাগিব। কালি আফিং কিনা নাই —বুঢ়ীয়ে কেপ্‌কেপাই থাকে।"

"আন ঠাইত খালি নেকি ?" মই আকৌ সুধিলো।

"কোনে খুৱাব দেউতা। পইচাৰ মাল কোনে এনেয়ে খুৱাব। তথাপি গলোঁ ভদাইহঁতৰ ঘৰলৈ। ভদায়ে টিকিৰা পুৰি আছিল। মোক দেখি এবাৰ হো বুলি হোকাটো ঘুৰাই দিলে। দুহোপা মাৰিলোঁ। পিছে নাই, একো নহল।"

"মোৰ আগত দেখোন কানি নাখাওঁ বুলি শপথ খাই গৈছিলি অ' ?" দুনাই মই প্ৰশ্ন কৰিলোঁ।

"দেউতা মোৰ দোষ হৈছে—মোৰ দোষ হৈছে। মই পাহৰি গলোঁ। আজিৰপৰা কেতিয়াও নাপাহৰোঁ। এই বাৰ কাণত ধৰিছোঁ" বুলি গাওঁবুঢ়াই দুয়ো হাতেৰে দুয়োখন কাণত ধৰিলে।

মই কোনো খং ভাব নেদেখুৱাই তাক বুজাবলৈ চেষ্টা কৰিলোঁ। "চা গাওঁবুঢ়া, তোৰ খাবলৈ চাউল এমুঠিও নাই"—

গাওঁবুঢ়াই হয়ভৰ দি কলে—"হয় দেউতা, নাই।"

"তথাপি কানি খাই তোৰ লৰা-ছোৱালীক শুকাই মাৰিছ্ আৰু নিজেও শুকাই-খীনাই যাব ধৰিছ্।"

"ঠিক কৈছে দেউতা, ঠিক কৈছে। মোৰ আগেয়ে একো একোখন বৰ বৰ হাত আছিল। গাঁৱত মোৰ সমান কাৰো বল নাছিল।"

"চাচোন তেনেহলে কি আছিলি আৰু এতিয়া কানি খাই কি হৈছ্?"

"এতিয়া বুঢ়া হৈ আহিলোঁ নহয়। এতিয়া চৰি আহিমনে পৰি আহিম। এতিয়া গাত বল নাই। খাবলৈকো ৰুচি নাই।"

মই ধমক দি কলোঁ "তই ক'ত বুঢ়া হৈছ? কানি খাই-খাইহে তোৰ এনে হৈছে। কানি খাবলৈ এৰি দে—দেখিবি আকৌ ডেকা হৈ পৰিবি।"

"এৰিলোঁ দেউতা এৰিলোঁ। হয়তো। তাক খাইনো লাভ কি? পেটো নভৰে, মুখো নভৰে— কেৱল এসোপা ধোঁৱা। নাখাওঁ তাক আজিৰপৰা"

ধনবৰক ভালকৈ বঢ়াই-বুজাই মই মোৰ কামলৈ ওলাই গলোঁ। মোৰ মনত বিশ্বাস হল যে গাওঁবুঢ়াই তুনাই কানিৰ টিকিবাত মুখ নিদিব।

গধুলি ঘুৰি আহি দেখিলোঁ। গাওঁবুঢ়াই মোৰ ঘৰৰ

ভালেমান কাম কৰিছে। তাৰ কাম-কাজখিনি দেখি মোৰ মনত ভাল লাগিল—কামবোৰ বেছ পৰিপাটী, মিহি। সন্ধিয়া সি মোৰপৰা কেইটামান চাউল খুজি লৈ ঘৰলৈ গল।

তেতিয়াৰেপৰা ধনবৰ মোৰ ঘৰলৈ আহে আৰু কাম-কাজ কৰে। মই ভাবিলোঁ সোনকালে ধনবৰৰ পৰিবৰ্ত্তন আহিল। মনতে ভাল লাগিল। এজনক কুপথৰ সেম্ভুৰীয়া আলিৰপৰা আঁতৰাই অনাত এটি অভিনব তৃপ্তি আছে।

এদিন দুপৰীয়া আন কাম-কাজ নথকাত তিনিজন বন্ধুৰ লগত মোৰ ঘৰতে ব্ৰীজ খেলিছোঁ। অলপ আঁতৰত ধনবৰ থিয় হৈ আমাৰ পিনে একেৰাহে চাই আছে আৰু মাজে মাজে আপোনা আপুনিয়ে হাঁহিছে। খেমালিৰ সুৰত মোৰ এজন বন্ধুৱে মাত লগালে "কি অ' ধনবৰ, তাচ খেলিবি নেকি ?"

এটি মিচিকিয়া হাঁহিৰ অন্তত ধনবৰে কৈ উঠিল, "এঃ মই নাজানো। কাইলৈ আমাৰ বৰ বোপাক লৈ আহিমচোন। সি জানে! তাৰনো কাম কি দেউতা। এই তাচ, তাচেই তাক বলীয়া কৰিছে।"

মোৰ বন্ধুকেজনে হাঁহি উঠিল। আন এজনে মাত লগালে "আমিও নাজানো অ'? তোৰ বৰ নবাই আমাক শিকাই দিব পাৰিবনে?"

উল্লাসৰ সুৰত ধনবৰে উত্তৰ দিলে. "পাৰিব দেউতা, কেলেই নোৱাৰিব। কত লৰাক সি খেলত পণ্ডিত কৰি দিলে। দেউতা, তাৰ এইবোৰেই কাম— বহি বহি তাচ খেলা, চুৰঠ খোৱা আৰু গাৱঁৰ ছোৱালীবোৰৰ লগত চুপতি কৰা।"

এজন বন্ধুৱে সুধিলে "হেৰ, তাক বিয়া কৰাই নিদিয় কিয়? বোৱাৰী বাব পাৰিবি।"

বন্ধুৰ কথা শেষ নৌহওঁতেই ধনবৰে মাত লগালে— "নালাগে দেউতা, নালাগে। আপোনালোকৰ গোলাম অজলা নহয়। সি নিজেই বাচি লব নহয়।"

আকৌ আমাৰ মাজত হাঁহিৰ ৰোল উঠিল। অলপ পিছত মোৰ এজন বন্ধুৱে সুধিলে "হেৰৌ গাওঁবুঢ়া, চুৰঠ খাবলৈ তোৰ লৰাই টকা ক'ত পাই অ'?"

"কৰবাত পায় দেউতা। তাৰ মুখখন চোকা আছে। কতবোৰ লৰা আছে সিহঁতক সি বেচিব পাৰে। দুখীয়াৰ ঘৰত জন্মিল গুণেহে। নহলে ইমান দিনে সি এটা কিবা হৈ উঠিলহেতেন। পিছে দেউতাসকলৰ আশীৰ্ব্বাদত এতিয়াও হব পাৰে।"

খেলৰ ৰস ভঙ্গ হোৱা বাবে ধনবৰক আন কামলৈ পঠিয়াই দিলোঁ। সাজ লাগোঁ লাগোঁ হওঁতেই ধনবৰে এটা লেম জলাই আনি আমাক আটাই কেইজনকে এটি উৰৈহতীয়া

সেৱা জনাই ঘৰলৈ গল। ইয়াৰ পিছত প্ৰায় দুমাহ কাল ধনবৰে মোৰ ঘৰলৈ আহি কাম-বন কৰে। এদিনাখন ধনবৰে মোক খুজি পাঁচটা ৰূপ লৈ গল। তাৰ ঘৈণীয়েকৰ বাবে গহনা কিনিব লাগে। ইয়াৰ পিছৰেপৰা ধনবৰ মোৰ ঘৰলৈ অহা নাই। প্ৰায় এসপ্তাহ অপেক্ষা কৰিলোঁ। তথাপি সি নাহিল। মনত ভাব হল—তাৰ অসুখ-বিসুখো হব পাৰে। সেই বাবে গধূলি ফুৰিবলৈ যাওঁতে এদিন তাৰ ঘৰত ওলালোঁগৈ। একেটি জুপুৰি ঘৰ তাৰ, তেনেই চাপৰ আৰু বতাহ বৰষুণৰ খচকনিত জীৰ্ণ-শীৰ্ণ। ঘৰটোৰ বেৰৰ সৰু বৰ জোলোঙাৰে আৰু চালৰ ওপৰৰ বিন্ধাৰে অলপ অলপ সৰু সৰু আঙঠীৰ আকাৰত ধোৱা ওলাব ধৰিছে। মই চোতালত ভৰি দি মাত লগালোঁ—"গাওঁবুঢ়া।"

ভিতৰৰপৰা তিৰোতাজনী ওলাই আহি মোক দেখি অবাক হল। সৰু ছোৱালীজনীক ওচৰৰ এঘৰৰপৰা এখন পীৰা আনিবলৈ তাই পাচিলে। ভিতৰৰপৰা গাওঁবুঢ়াই গহীনাই সুধিলে "কোন অ' কপাহীৰ মাক?"

তিৰোতাজনীয়ে উত্তৰ দিলে "আহচোন, বাহিৰলৈ ওলাই আহ। দেউতা আহিছে।"

গাওঁবুঢ়াই মাত লগালে "দে দে বহিবলৈ দে, মই গৈছোঁ।"

ইতিমধ্যে ছোৱালীজনীয়ে এখন পীৰা লৈ আহিল। মই

বহিলোঁ। অলপ আঁতৰতে বহি গাওঁবুঢ়াৰ ঘৈণীয়েকে চকুপানী টুকিবলৈ ধৰিলে। মুহূৰ্ত্তৰ ভিতৰতে এইদৰে চকুপানী টোকাৰ কাৰণ বুজিব নোৱাৰি মই সুধিলোঁ, "কি কৰিছ অ' গাওঁবুঢ়া ?"

"মই অলপ এৰিব নোৱাৰা কামত ধৰিছোঁ দেউতা। অলপ বহক মই গৈছোঁ।"

এটি হুমুনিয়াহৰ অন্তত ঘৈণীয়েকে কৈ উঠিল "কি কাম কৰিব দেউতা? কানি খাইছে। সিদিনা অলপ পইচা পাইছিল। সেইখিনি শেষ নহয় মানে নেৰিছে। ঘৰ পয়মাল হল, বৰ লৰাক ধৰি লৈ গল, তেও এই বুঢ়াৰ ধ্যানসাৰ নাই।"

মই বৰ আচৰিত হৈ সুধিলোঁ "তোৰ ধৰ লৰাক ধৰি লৈ গল কিয় ?"

ঘৈণীয়েকৰ কান্দোন চৰিল। ভগা ভগা মাতেৰে তাই কবলৈ ধৰিলে, "হিংসা, দেউতা হিংসা। তাক গাওঁখনে দেখিব নোৱাৰে। খিয়লীয়াহঁতে কয় সি বোলে কেঞাৰ ঘৰত সোমাইছিল। মিছা দেউতা, সকলো মিছা। গাৱঁৰ হিংসা আৰু কেঞাৰ টকা। কেঞাই ভেটি দিলে, তাক লোৰে বান্ধি লৈ গল।" তাই হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে। "খাবৰ ভাত নাই, থাকিবৰ ঘৰ নাই, তথাপি মানুহে হিংসা কৰে। এতিয়া বোলে ফাটেকত পৰিব। সি কেনেকৈ থাকিব তাত দেউতা। তাত বা কি খয়।

বাপেকক কলো বোলে দেউতাৰ ওচৰলৈকে যা কিবা বুদ্ধি পৰামৰ্শ দিব কিন্তু সি নাযায়, কানিৰ খোলা এৰিব নোৱাৰে। মইনো কি কৰিম। মই কি জানোঁ। আজি চাৰিদিনে কান্দি কান্দি চকুপানীৰে গাৰ কাপোৰ তিয়াইছোঁ।”

ঘৈণীয়েকৰ কথা শেষ নৌহওতেই গাওঁবুঢ়া ভিতৰৰপৰা ওলাই আহি ভিকাহি মাৰি উঠিল “ এঃ বৰ কথাটো হৈছে। লৰা ফাটেকত পৰিল কি হল। এইজনীক আজি চাৰিদিনে কত বুজাইছোঁ তথাপি বুজনি নামানে। বোলো বৰদলৈ আৰু ফুকন ( দেউতাসকলৰ স্বৰ্গত বাস হওক ) ফাটেকত পৰা নাছিলনে? তেওঁলোকৰ আগত আমি কি খেৰ-কুটা অ’? ফাটেকত পৰা কি এটা ডাঙৰ কথা! ফাটেকত নপৰিলে আজিকালি ডাঙৰ মানুহ নহয। বুজিছ?”

বিষাদৰ মাজতো মোৰ মনত প্ৰথমতে হাঁহি উঠিল। কিন্তু পিছত বেছি দুখ লাগিল এই বুলি যে মোৰ দেশৰে এজন আজিৰ যুগতো এনে মুৰ্খ। গাওঁবুঢ়াক বুজাবলৈ যত্ন নকৰিলোঁ। কানিৰ অপকাৰিতা সম্বন্ধে দীঘল বুজনিৰ অন্ততো একো ফল নহল যেতিয়া ৰাজনীতি আলোচনাৰপৰা একো লাভ নহব।

গাওঁবুঢ়াৰ ঘৈণীয়েকে মোৰ ভৰি দুখনত সাবটি ধৰিলেহি আৰু কাবৌ কৰি কলে যে তাইৰ লৰাক মই মুকলি কৰি দিব লাগে। সেইবোৰ কথাত মোৰ একো হাত নাই বুলি

কোৱাতো তাই নপতিয়ালে। অগত্যা এবাৰ [illegible]ৰি চেষ্টা কৰি চাম বুলি কবলৈ বাধ্য হলোঁ।

ধনবৰৰ ওপৰত মোৰ খং উঠিল। মই তাক লক্ষ্য কৰি কবলৈ ধৰিলোঁ। "গাঁওবুঢ়া, মই আজি তোৰ কালি খোৱা হোকা, চিলিম সকলোকে লৈ যাম আৰু কাইলৈ তোকো পুলিচত গতাই দিম। তই অকল নিজৰেই সৰ্ব্বনাশ কৰা নাই। তই সৰ্ব্বনাশ কৰিছ্ তোৰ ঘৰখনৰ তোৰ দেশৰ।"

এটা মিচিকিয়া হাঁহিৰে মুখ পোহৰাই গাঁওবুঢ়াই কলে—।
"এঃ নালাগে দেউতা। মই এযোৰ নতুন হোকা চিলিম দেউতাৰ ঘৰত দি আহিম। দেউতাই আগতে কোৱা হলে মই গোলামে ইমান দিনে দিবই পাৰিলোঁহেঁতেন।"

মই ধমক দিলোঁ "হেৰ, তই মোকো কানি খুৱাবলৈ আহিছ্ নেকি? ধেমালি যেন পাইছ্ হবলা? দে, এতিয়াই এইবোৰ উলিয়াই দে।"

ততালিকে ধৈণীয়েকে ঘৰৰ ভিতৰৰপৰা সকলোবোৰ মোৰ আগত আনি পেলাই দিলে। মই মোৰ হাতৰ লাঠিৰে সকলোবোৰ কোবাই চুৰমাৰ কৰি পেলালোঁ। কাঠৰ মূৰ্ত্তিৰ নিচিনাকৈ গাঁওবুঢ়াই মোৰ পিনে চাই থাকিল। তাৰ চকু দুটা স্থিৰ আৰু ৰঙা। মই খঙতে ডাঙৰকৈ কবলৈ ধৰিলোঁ। "ধনবৰ তোৰ শাস্তি ইয়াতেই শেষ হোৱা নাই। আৰু আছে। ইয়াৰ পৰিণাম ভীষণ।"

ধনবৰৰ ঘৰৰপৰা মই লাহে লাহে ওলাই আহিলোঁ। এইবোৰ বস্তুৰ পৰশত যেন মোৰ দেহ-মন অপবিত্ৰ হৈ গল। মই বাটমান পাওঁতেই গাওঁবুঢ়াৰ গহীন অভিশাপ শুনিবলৈ পালোঁ। —“সদাশিৱৰ কৃপাত নষ্ট পাবি।”

---

পূজাৰ গৰাহত
নীৰৱ কবি ডাক্তৰ শইকীয়া

স্থান— উত্তৰ গুৱাহাটী
ৰচনা কাল— ৩০ অক্টোবৰ ১৯৩৮

" বোলো, পূজা দেখোন আহি পালেই। আনৰ লৰা-ছোৱালীয়ে ন ন কাপোৰ লৈ আনন্দ কৰি ফুৰিছে। আমাৰ দেখোন সেইবোৰলৈ কাণকে কৰা নাই। অকণিহঁতৰ বাবে এইবাৰ একো যোগাৰ নহব নেকি ? " —বুলি প্ৰশ্ন সোধাৰ লগে লগেই শইকীয়ানীয়ে এপিয়লা চাহ ডাক্তৰ শইকীয়াৰ ফালে আগ বঢ়াই দিলে। একো নমতাকৈয়ে শইকীয়াই খালেৰে সৈতে পিয়লা হাতত লৈ ওঠত লগালে কিন্তু বেছি গৰম অনুভৱ কৰি আকৌ মাটিত থলে। শইকীয়ানীয়ে আকৌ কোৱা শুনা গল " মোৰ কথালৈ কাণকে নিদিলে হবলা ? পূজালৈকেতো বেছি দিন নাই। আপুনি এনেকৈ থাকিলে লৰাই পতিয়াবনে ? "

ডাক্তৰণীৰ মনৰ গতি আৰু কথাৰ সুৰ শুনি শইকীয়াই চাহটোপা পেটত ভৰাই নিজৰ পঢ়া কোঠাত সোমাব পাৰিলে ৰক্ষা পৰিব বুলি ভাবিছিল। কিন্তু ঘৈণীয়েকৰ প্ৰশ্নৰ আউনি দেখি নমতাকৈ নাথাকিল। " এৰা, ভাল কথাটোকেই মনত কৰিছা। পূজাৰ কাৰণে লৰা-ছোৱালীক কানি কাপোৰ দিব লাগে। নিদিলেওতো উপায় নাই। পিছে, ৰবাচোন। পূজানো কোন বাৰৰপৰা আৰম্ভ হব ? "

ডাক্তৰণীৰ দমাই ৰথা খং আৰু বিৰক্তিৰ ভাববোৰ কথাৰ সুৰ, শব্দ-পাতনি, হাতৰ মুদ্ৰা আদিত প্ৰকাশিত হৈ উঠিল “এঃ আপোনাৰ সেই ফেৰাও খবৰ নাই। আপুনি কেৱল জানে কবিতা নে চবিতা লিখিব। ইপিনে লৰা-ছোৱালীয়ে খাবৈ পিন্ধিবলৈ পাইছে নে নাই তাৰ খবৰেই নাই। সেই সকলোবোৰ বোজা মোৰ মূৰৰ ওপৰত। মইনো অকলে কিমান সহিম? আগেয়ে দেউতা আছিল। তেওঁেই মোৰ অলপ দুখ বুজিছিল এতিয়ানো কোনে বুজিব। মোৰ মৰণ হৈছে। কণা বিধাতাই মোক আঁতৰাই নিয়া হলেও—?”

ডাক্তৰণীয়ে কথাৰ বকলা যেনে ভাবে মেলিছিল, সি অবিৰাম গতিত বৈ থাকিলহেঁতেন। কিন্তু ইতিমধ্যে ডাক্তৰে চাহৰ পিয়লা শেষ কৰি মাত লগালে “এৰা, তোমাৰো বৰ কষ্ট হৈছে সঁচা। কিন্তু কৰিবা কি? উপায় নাই যেতিয়া সহিবই লাগিব। আৰু — লৰা-ছোৱালী হালৰ বাবে যে পূজাৰ কাপোৰৰ কথা কৈছা তাক আনিবই লাগিব। চাওঁচোন আজি গধূলিলৈকে। পাৰোঁ যদি ফাচি বজাৰৰপৰা আনিয়েই দিম।”

শইকীয়াৰ নৰম কথাত ডাক্তৰণীৰো সুৰ বদলি গল। আগতকৈ মিহি সুৰত তেওঁ সুধিলে “টকা পইচা কৰবাত পাইছে নেকি?”

“নাই— টকা পইচা পোৱা নাই। সুবিধা হলে বাকী

কৰিয়েই আনিম। নহলে ইতিমধ্যে যদি কেনেবাকৈ এটা কল (Call) পাওঁ তেন্তে ভালেই হল।”

কথা শেষ কৰাৰ লগে লগেই ডাক্তৰ শইকীয়া তাৰপৰা উঠি নিজৰ পঢ়া খোটালীত সোমালগৈ। বৈণীয়েকৰ ওচৰৰপৰা আঁতৰি আহি তেওঁ এটি স্বস্তিৰ হুমুনিয়াহ এৰিলে। পূজাৰ কাপোৰৰ চিন্তা তেওঁৰ মনৰপৰা ধোঁৱা উৰাদি উৰি গল। কবিতাৰ কল্পিত সৌন্দৰ্য্যৰ আৰাধনাত তেওঁ নিজকে হেৰুৱাই পেলালে। তেওঁৰ মনৰ এক নজনা চিৰসুন্দৰ ৰাজ্যৰ মাজে মাজে অনাই বনাই ফুৰিবলৈ ধৰিলে। এটি অপৰিমেয় তৃপ্তিৰ আভা তেওঁৰ গোটেই গাটোতে বিয়পি পৰিল। তেওঁ অসম্পূৰ্ণ কবিতাটো উলিয়াই গভীৰ চিন্তাত নিমগ্ন হল।

হঠাৎ বাহিৰৰ দুৱাৰখন লাহেকৈ মেল খালে। মূৰ তুলি শইকীয়াই দেখিবলৈ পালে দুৱাৰ মুখত হতভাগিনী সেউতী। তাইৰ গাত ক্ষয়প্ৰাপ্ত যৌবনৰ শেষ ৰেখা, চকু দুটাত বিষাদভৰা সৰহি যোৱা করুণ মাধুৰ্য্য। নীহকুলৰ আৰু বিধবা হলেও তায়েই শইকীয়াৰ কবিতাৰ প্ৰধান নায়িকা, যৌবন-বসন্তৰ কবিতাকুঞ্জৰ প্ৰকৃতিৰাণী। সেইবাবে এনে ধৰণে সেউতী আগত ওলোৱাত শইকীয়াই তাক কল্পনাৰ সাৰ্থকতা বুলিয়েই জ্ঞান কৰিলে।

শইকীয়াৰ ওচৰলৈ সেউতী আগ বাঢ়ি আহিল আৰু কলে “ দেউতা পূজা আহি পালেই। নবা-ছোৱালী দুটাই

খেচ্ খেচাৰ ধৰিছে। উপাই নাপাই দেউতাৰ ওচৰলৈ আহিলোঁ।। কালি ঠিকাদাৰ ডাঙৰীয়াই ৰূপ এটকা দিলে। সিও দোকানত বাকী শোধাওঁতে শেষ হল। এতিয়া নিৰুপায়তে পৰিছোঁ।। কি কৰোঁ, কি নকৰোঁ কব পৰা নাই। দেউতাই যদি— ”

শইকীয়া বিমোৰত পৰিল। যাৰ ছাঁ তেওঁৰ অন্তৰোৰ কবিতাৰ মাজেদি প্ৰকাশিত হৈছে সেই অনিন্দ্যসুন্দৰী, অথচ আজিৰ বিধবা হতভাগিনী সেউতী বাস্তৱ ৰাজ্যত ভিখাৰিণীবেশে তেওঁৰ আগত থিয় দিছে! তাইক নিৰাশ কৰিলে তেওঁৰ কল্পনা ধ্বংস হব, আদৰ্শ প্ৰেমৰ ভেটিত তেওঁ যি স্বৰ্ণসৌধ নিৰ্ম্মাণ কৰিবৰ কল্পনা কৰিছিল সি অসমাপ্ত হৈ থাকিব। সেই বাবে যি উপায়েই নহওক তাইৰ অভিষ্ট পূৰণ কৰিবই লাগিব।

অভ্যাসৰ গুণত শইকীয়াই জেপৰ ভিতৰত হাত সুমাই বেগটো উলিয়াই আনিলে আৰু এখলপ এখলপকৈ তাৰ গোটেই কেইখলপকে খুলি চালে কিন্তু কতো পইচা এটাও নাই। অৱশেষত উপায়ান্তৰ নেদেখি তেওঁ কলে “তুমি বেলবৰণৰ দিনা গধুলি ইয়ালৈ আহিবা। মই তোমাক অলপ সহায় কৰিম। আজি লগত একেবাৰেই পইচা নাই। গোটেইখিনি শেষ হৈ গল।”

সেউতীয়ে ডাক্তৰৰ কথা শুনি “ভাল দেউতা” বুলি তাৰ পৰা লাহে লাহে ওলাই গল। শইকীয়াই তাই যোৱা

বাটলৈ চাই অৱস্থাৰ সঘন পৰিবৰ্ত্তন, জীৱনৰ অনিশ্চয়তা আদি নানান বিষয়ে ভাবিবলৈ ধৰিলে। তেওঁৰ অসমাপ্ত কবিতা আগতে পৰি আছে। কিন্তু বাস্তবতাই কল্পনাৰ সকলো শক্তি হৰণ কৰি লৈ গৈছে। তেওঁৰ আদৰ্শ নায়িকা সেউতীৰ অভাবগ্ৰস্ত জীৱন, লগে লগে নিজৰ ব্যৱসায়ৰ মন্দ গতি আদি কেবাটাও ভাবে তেওঁক জুমুৰি দি ধৰিলেহি। যত্ন কৰিলে তেওঁ এইবোৰ অতিক্ৰম কৰিবলৈ কিন্তু নোৱাৰিলে। তথাপি শইকীয়া হতাশ নহল। আগতে লিখি থোৱা কবিতাবোৰকে তেওঁ উবাই ঘূৰাই পঢ়িব ধৰিলে। এনেতে বাহিৰৰপৰা কোনোবাই মতা শুনা গল " আছেনে, বোলো ঘৰত আছেনে।"

বাহিৰলৈ ওলাই আহি শইকীয়াই দেখিলে নবেন আহিছে। নবেন কলেজৰ ছাত্ৰ, লেখাপঢ়াত বেছ বাপ আছে। শই-কীয়াই তেওঁক ভিতৰলৈ মাতি লৈ গল। নবেনে কলে "আপোনাৰ ওচৰলৈ আহিলোঁ। আমাৰ ওচৰৰে এটা লৰাৰ টান জ্বৰ— যাওঁ যাওঁ অৱস্থা। পিছে আপুনি কবিতা লিখি আছিল হবলা? এখন্তেকলৈ যাব পাৰিবনে?"

শইকীয়াই এটি মিচিকিয়া হাঁহিৰে মুখ পোহৰাই কলে "তুমি আহিছা যেতিয়া নগলে নহব। কিন্তু কবিতাটো শেষ নহল। কিন্তু নহলেও যাব লাগিব। তুমি কি কোৱা?"

উত্তৰত নবেনে কলে "হয় আপুনি এবাৰ গলে বৰ ভাল হয়। দুখুনী বিধবা। বেচাৰীৰে

হায়ৰান হৈছে।

"বাৰু তেন্তে ৰবা। মই তোমাৰ লগতে যাম। পিছে নৰেন বাপা, তোমালোক ডেকা লৰা আধুনিক বহুতো নতুন কথা পঢ়িছা মোৰ এই কবিতাটো তেনেই আধুনিক ধৰণে লিখা। ইয়াৰ বিষয়বস্তুও নতুন, ছন্দও নতুন।"

শইকীয়াই নৰেনৰ উত্তৰলৈ বাট নাচাই কবিতাটো ইমুৰৰপৰা সিমুৰলৈ পঢ়ি যাবলৈ ধৰিলে। প্ৰায় আধা মান পঢ়া হোৱাৰ লগে লগে তেওঁ আকৌ সুধিলে, "কেনে পাইছা নৰেন। নতুন ধৰণে লিখা নহৈছেনে বাৰু ?

"এৰা নতুনেই হৈছে। ব্ৰাউনিঙৰ এনে ধৰণৰ দুটা এটা কবিতা পঢ়া মনত পৰে। কিন্তু অসমীয়া সাহিত্যত ই নতুন হব। কবিতাটো হলে বৰ দীঘল যেন লাগিছে। আজিলৈ নহয় থাওক। আন এদিনাখন আহি গোটেইটো আকৌ এবাৰ শুনিম।"

শইকীয়াই ঘপৰাই কৈ উঠিল— "এঃ, ৰবা ৰবা। এতিয়াই গৈ নো কি কৰিবা। শুনাচোন গোটেই শেষলৈকে শুনা এতিয়াহে এটা মত দিব পাৰিবা।"

শইকীয়াই পঢ়ি গল। নৰেনে মুখেৰে নমতাকৈ থাকিল। পঢ়া শেষ কৰি শইকীয়াই গহীন ভাৱে বহীটো এফলীয়াকৈ থৈ দিলে। নৰেনে কলে "এতিয়া বেলি হল, উঠক।

আপোনাৰ কবিতাই সঁচাকৈয়ে অসমীয়া সাহিত্যত যুগান্তৰ আনিব।”

শইকীয়াৰ মন আনন্দত উপচি পৰিল। নৰেন বেছি বুদ্ধিমান ল’ৰা। তেওঁ শইকীয়াৰ ভাব, ভাষা দুয়োটাকে হৃদয়ঙ্গম কৰিব পাৰিছে। তেওঁ নৰেনক প্ৰশংসা কৰিলে, উৎসাহ দিলে। অসমী আয়ে নৰেনৰ দৰে ল’ৰাৰপৰা বহুতো আশা কৰিছে। নৰেনে যত্ন কৰিব লাগে, মাতৃ-ভূমিৰ মঙ্গলৰ অৰ্থে নিজৰ জীৱন উছৰ্গি দিব লাগে।

নানান আলোচনাৰ মাজেদি তেওঁলোক বাটে বাটে গৈ ৰেমাৰীৰ ঘৰ পালে। মাকে ল’ৰাটোক চোতালত উলিয়াই থৈ হুৰাওৰাৱে কান্দিব ধৰিছে। ওচৰতে দুজনী বুঢ়ীয়ে তাইক সান্ত্বনা দিবলৈ যত্ন কৰিছে। শইকীয়া যোৱা দেখা পাই মাকে তেওঁৰ দুয়োখনি ভৰিতে সাবটি ধৰি কান্দিবলৈ ধৰিলে— ল’ৰাটোক ভাল কৰি দিব লাগে। শইকীয়াই মাকক আশ্বাস দি ল’ৰাটোৰ ওচৰলৈ গৈ হাত-ভৰি পৰীক্ষা কৰি চালে। ভৰি-হাত চেচা। তেওঁ ল’ৰাজনিকৈ বেজী দিয়াৰ বন্দবস্ত কৰিলে। এনেতে ওচৰতে বহি থকা এজনী বুঢ়ীয়ে কৈ উঠিল “বাপা, মৰা দেহত হানি খুচি কি লাভ হ’ব ?”

বুঢ়ীৰ কথালৈ কাণ নকৰি শইকীয়াই বেজী দিলেগৈ। ৰেমাৰীয়ে হাত-ভৰি লৰচৰ কৰাৰ একো চিন পোৱা নগল। সি এডোখৰ কাঠৰ নিচিনা আগৰ দৰে নিশ্চল হৈ পৰি

থাকিল। শইকীয়াই হাত চুখন তাৰ্কৈ ধুই উঠি নৰেনক কলে যে আধা ঘন্টাৰ ভিতৰত যদি লৰাটোৰ গাৰ তাপ আহে, তেন্তে তেওঁক খবৰ দিব লাগে আৰু তাপ নাহিলে বেমাৰী চিকিৎসাৰ অতীত। মাকে বাৰে বাৰে ডাক্তৰৰ ওচৰলৈ আহি লৰাটি ভাল হবনে প্ৰশ্ন কৰিব ধৰিলে। শইকীয়াইয়ো আশ্বাস দিবৰ মনেৰে কলে "ঈশ্বৰে কৰিলে ভাল হব লাগে।" মাকৰ মনত ক্ষীণ আশাৰ সঞ্চাৰ হল। লৰাটিৰ জীৱন ঘূৰাই আনিবলৈ তাই সকলো শক্তি প্ৰয়োগ কৰিলে।

আবেলি শইকীয়া ঘৰতে আছে। নৰেনে তেওঁক খবৰ দিবলৈ নাহিল। নানান সুচিন্তা দুশ্চিন্তাই তেওঁৰ মনৰ মাজত দলদোপ্-হেন্দোলদোপ্ লগাইছে। তেওঁৰ সময় অবাবতে গল। পইচাও উপাৰ্জন নহল, কবিতাও লিখা নহল। গধূলি। শইকীয়াৰ পূজাৰ কাপোৰৰ কথা মনত পৰিল। তেওঁ হাতত লাঠীডাল লৈ ঘৰৰপৰা ওলাল মনত আশা কৰি যে কাঁচি বজাৰৰ বদ্ৰীনাৰায়ণ বাবুৰ দোকানৰপৰা লৰা-ছোৱালী দুটাৰ বাবে পূজাৰ কাপোৰ লৈ আহিব। কিন্তু তেওঁৰ মনৰ আশা মনতে থাকিল। বাটেদি যাওঁতে তেওঁ হাজৰিকাৰ ঘৰত সোমাল। হাজৰিকাও কবি। তেওঁৰ লগতে আছিল বাস্তৱবাদী লেখক বৰুৱা। শইকীয়া উপস্থিত হোৱাৰ লগে লগেই সাহিত্যত বাস্তৱতা লৈ তুমুল আলোচনা আৰম্ভ হল। আধুনিক বুলি দাবী কৰা শইকীয়াৰ কথাত বাৰে বাৰে পৌৰাণিক মতৰ প্ৰকাশ পাবলৈ ধৰিলে। আন পিনে

প্ৰগতিবাদী হাজৰিকা আৰু বৰুৱাই শইকীয়াক নানান ফালৰপৰা আক্ৰমণ কৰি যুক্তি দিবলৈ ধৰিলে। শেষত শইকীয়াৰ খং উঠিল। কথা বেয়া হয় যেন দেখি হাজৰিকা আৰু বৰুৱাই সুৰ বদলাই দিলে আৰু শইকীয়াৰ মতকে সমৰ্থন কৰি থৈ তেওঁক চাহেৰে সম্ভাষণ জনালে। শইকীয়াৰ মুখত বিজয়-উল্লাসৰ চিন ফুটি উঠিল। অতি আনন্দেৰে গৈ তেওঁ বজাৰ পাই দেখে ঘৰবোৰৰ দুৱাৰ বন্ধ হৈ গৈছে— ৰাতি তেতিয়া বাৰটা।

অপৰাধীৰ দৰে শইকীয়া ঘৰলৈ উভতি গল। লৰা-ছোৱালী হাল তেতিয়া শুইছে, নহলে শইকীয়া গৈ পোৱা মাত্ৰেই সিহঁতে কাপোৰৰ দাবি লৈ উপস্থিত হলহেঁতেন।

শইকীয়া শুদা হাতেৰে উভতি ঘোৰাত ঘৈণীয়েকৰ মনত বৰ খং উঠিল আৰু তাৰ প্ৰকাশ পালে কাঁহী-বাটি ইত্যাদিবোৰৰ ঝন্‌ঝননি শব্দত। শইকীয়াই সকলো নীৰৱে সহিছে। নসহিলেও উপায় নাই। দোষী তেওঁ নিজেই। তাকো তেওঁ বুজিছে; তথাপি দীৰ্ঘসূত্ৰতাৰ অভ্যাস। সি তেওঁৰ হাড়ে মগজুৰে লাগি আছে।

শইকীয়াৰ মনত দুখ লাগিল। বাস্তৱতাৰ দাৰুণ হেঁচা সিদিনাহে তেওঁ ভালকৈ উপলব্ধি কৰিলে। তেওঁ নিজেই সেউতীক মাতি পঠিয়াইছে, জয়াদাৱলী আৰু ধোৱাটোৱেও তেওঁক খেচ্‌খেচাব ধৰিব— তাৰোপৰি অৰ্দ্ধাঙ্গিনীৰ খোচাক?

ইমান টকা তেওঁ একে লগে পায় ক'ত ? তেওঁ শেষত বলীয়া হব নেকি ? যি ব্যৱসায়ৰ পৰা তেওঁ সুন্দৰ ভৱিষ্যত আশা কৰিছিল, সিও অন্তদিনে তেওঁক এটা পথ লগাই দিব নোৱাৰিলে। তেওঁৰ কবিতাৰ মুকুতামালাধাৰীও আজিলৈকে অনাদৃত হৈ আছে। এনে স্থলত তেওঁ এতিয়া কৰিব কি?

শইকীয়াৰ সিদিনা ভালকৈ টোপনি নহল। কেনেকৈ তেওঁ এই আসন্ন পূজাৰ গৰাহৰপৰা ৰক্ষা পাব, তাৰ উপায় নানান ফালৰপৰা ভাবিবলৈ ধৰিলে। অৱশেষত তেওঁ স্থিৰ কৰিলে যে তেওঁৰ কবিতাৰ পুথি এখনিৰে সকলো স্বত্ব বেচি তেওঁ পূজাৰ খৰচ চলাব। শইকীয়াৰ নিজৰ লেখাৰ ওপৰত ডাঠ বিশ্বাস আছে। তেওঁ আশা কৰিলে যে কবিতাৰ মাধুৰ্য্যই নিশ্চয় টকা আনিব পাৰিব।

ৰাতিপুৱা চাহ-জলপান খাই উঠি শইকীয়া হাতে লিখা কিতাপখন লৈ ওলাল। তেওঁ গৈ পানবজাৰত থকা শ্ৰীযুত কলিতাৰ ঘৰ পালেগৈ। কলিতা প্ৰত্নতত্ত্ববিদ্ হলেও অসমীয়া সাহিত্যৰ বিশিষ্ট লেখক। শইকীয়াক বহিব দি কলিতাই তেওঁ অহাৰ কাৰণ সুধিলে। ডাক্তৰে হাতেলিখা কিতাপখন আগ বঢ়াই দি কবলৈ ধৰিলে "এই খনেই মোৰ ইমান দিনৰ অক্লান্ত পৰিশ্ৰমৰ ফল। আনিছোঁ আপোনাক দিবলৈ। ইয়াৰ ভিতৰত চাৰি কুৰি আধুনিক ধৰণৰ সুন্দৰ সুন্দৰ কবিতা আছে। আপুনি এইখন ৰাখক। ছপাই

দিব মই সকলো স্বত্ব আপোনাৰ নামত দিম। সম্প্ৰতে মোৰ অলপ টকাৰ টান হৈছে। সেই বাবে এতিয়া আপুনি অলপ কিবা দি মোক সহায় কৰক।”

কলিতাই কিতাপখন লুটিয়াই বগৰাই চাই কলে “ও— ও—ও আপুনি কবিতাও লিখে। বৰ ভাল কথা। আমাৰ মাজৰ শিক্ষিত লোকসকলৰ বহুতৰে এইফালে ধাউতি নাই। আপোনাৰ থকা দেখি মই বৰ বং পাইছোঁ। পিছে, আপুনি এই খনকেই লিখিছে নে আৰু কিবা লিখিছে ?”

শইকীয়াই খপৰাই মাত লগালে— “ইয়াৰ বাহিৰেও আৰু ২।৩ খন হব। কিন্তু টকাৰ অসুবিধাৰ কাৰণে ছপা কৰিব পৰা নাই। আপোনাৰ সাহিত্যৰ প্ৰতি আগ্ৰহ দেখিবলৈ পাই এইখন লৈ আহিছোঁ। আপুনি যেনে ভাল দেখে মোৰ আপত্তি নাই। আনৰ লগত হলে আন কথা আছিল, কিন্তু আপোনাৰ লগত সেইবোৰ হব নোৱাৰে।”

কলিতাই কলে “আপোনাৰ দেখিছোঁ কবিতাত বেছ হাত আছে। চাৰিখনকৈ কবিতাৰ পুথি লিখি উলিওৱা সহজ কথা নহয়। পিছে, আপুনি ডাক্তৰ। আমাৰ ভাষাত স্বাস্থ্য-বিষয়ক কিতাপৰ বৰ অভাৱ। তেনে ধৰণৰ দুই এখন কিতাপ গদ্যত লিখি উলিয়ালে বেয়া হয় জানোঁ ?”

শইকীয়াই হেঃ হেঃ কৈ হাঁহি মাৰি কবলৈ ধৰিলে, “এৰা ভালেই হয়; কিন্তু গদ্যত মোৰ হাত নচলে।

আপুনি জানেই পদ্যৰ গুণ সুকীয়া। তাৰ ছন্দৰ লহৰে সকলোকে আকৰ্ষণ কৰিব পাৰে। ই যেনে কঠিন তেনে মধুৰ। সেই গুণেই আদিম কালৰপৰা ইয়াৰ প্ৰতি সকলোৰে আগ্ৰহ।"

কলিতাই মাজতে কৈ উঠিল, "হওঁতে হয় আপুনি ঠিকেই কৈছে। মই কেৱল আমাৰ ভাষাৰ অভাৱ-লৈকেহে আঙুলিয়াইছিলোঁ। আপোনাৰ গদ্যত হাত নাই যেতিয়া থ'ক বাৰু। কবিতা লিখিও এটা কাম হব। এতিয়া আপোনাৰ কিতাপখনি সম্বন্ধে মই এটি কথা কব খোজোঁ। আপুনি চৌধুৰী ডাঙৰীয়াৰ ওচৰলৈ যাওক। তেওঁ কবিতা ভাল পায় আৰু এনে নতুন ধৰণৰ কিতাপৰ অনুসন্ধানতেই তেওঁ আছে। বাতৰি কাকতৰ সম্পাদক হলেও তেওঁ ৪।৫ খন আনৰ কিতাপ ছপা কৰি উলিয়ালেই। লেখকসকলক পাৰিশ্ৰমিকো তেওঁ হেনো ভালেই দিছে। মই নিজেই এনে এখন কিতাপ ছপাব পৰাহেঁতেন অতি আনন্দিত হলোঁহেঁতেন। কিন্তু আপুনি বোধ হয় নাজানে এই সময়ত মই কেনে অসুবিধাত পৰিছোঁ। যোৱা মাহত ছোৱালীজনীক কলিকতাত চিকিৎসা কৰাওঁতে মই অসম্ভৱ ৰকমে খৰচান্ত হৈছোঁ।"

কলিতাৰ কথাত শইকীয়াৰ মনৰপৰা আনন্দৰ ভাব আঁতৰি গল। তেওঁৰ বিশ্বাস আছিল তেওঁ কলিতাৰপৰা সহায় পাব।

বিশেষকৈ কলিতা তেওঁৰ বন্ধু। তেওঁৰপৰা নিৰাশাজনক কথা শুনিবলৈ তেওঁ প্ৰস্তুত নাছিল। সেইহে ফল নধৰিব বুলি জানিব পাৰি তেওঁ কলিতাৰ ঘৰৰপৰা ওলাই চেনিকুঠীৰ পিনে খোজ ললে।

চৌধুৰীয়ে চেনিকুঠীৰ ঘৰত এখনি কিতাপৰ প্ৰুফ চাই আছে। শইকীয়াই চৌধুৰীৰ আগত থকা চকীখনত বহি তেওঁৰ কিতাপখন উলিয়ালে। চৌধুৰীয়ে হাঁহি মাৰি সুধিলে —"শইকীয়া, আপুনি কেতিয়াৰপৰা কবি হল ?"

প্ৰায় একে সুৰতেই শইকীয়াইয়ো উত্তৰ দিলে "এঃ, থৈ দিয়ক আমাৰ কবি হোৱাৰ কথা। দেশ-বিদেশৰ কতই কবিতা লিখি লাখে লাখে ধন ঘটিছে। আমাৰ হলে নাইনে নাই একেবাৰেই নাই। সেই বাবে আপোনাৰ ওচৰলৈকে আহিছোঁ। চাওঁচোন চৌধুৰী ডাঙৰীয়াই কি সহায় কৰিব পাৰে। আপুনি সাহিত্য-সেৱী। মোৰ কিতাপখনি ছপাই আপুনি মোক উৎসাহিত কৰক আৰু পাৰিশ্ৰমিক হিচাবে যি হয় অলপ দি মোক টানত সহায় কৰক।"

চৌধুৰীয়ে বহীটোৰ প্ৰথম পাতটো লুটিয়াই চায়েই হাঁহি মাৰি কৈ উঠিল "বাপৰে বাপ্ আপুনিতো কম মানুহ নহয়। ভাইটামিনৰ বিষয় কবিতা লিখিছে ?"

আনন্দিত হৈ শইকীয়াই উত্তৰ দিলে, "অকল ভাইটামিনৰ বিষয়েই নহয়, এনে ধৰণৰ ১০।১২ টা আধুনিক বৈজ্ঞানিক

আবিষ্কাৰৰ বিষয় কবিতা আছে। ভিতৰত ৰঞ্জন-ৰশ্মিৰ বিষয়ো এটা কবিতা পাব। সকলোবোৰেই সুন্দৰ অথচ সহজ সৰল ভাষাত লিখা।"

"পিছে, শইকীয়া," চৌধুৰীয়ে সুধিলে, এনেকুৱা ধৰণৰ বৈজ্ঞানিক কথাবোৰ গদ্যত লিখা হলে ভাল নহলহেঁতেন জানো ?"

"এৰা গদ্যত লিখিলেও হয়। কিন্তু কবিতাৰ মাধুৰ্য্য কেৰে সুই কৰিব নোৱাৰে। আপুনি কি কয় ?"

চৌধুৰীয়ে অলপ লেনিয়াই কলে "হওঁতে আপুনি কোৱাটোও হয়। কিন্তু এইবিলাক গদ্যৰহে বিষয় যেন লাগে। তথাপি আপুনি লিখিছে যেতিয়া সি নিশ্চয় ভালেই হৈছে।"

"এৰা, পাৰোঁ মানে যত্ন কৰিছোঁ" বুলি শইকীয়াই উত্তৰ দিলে। চৌধুৰীয়ে কিছু সময় কিতাপখন লুটিয়াই বগৰাই চাই শেষত কলে "শইকীয়া, আপোনাৰ যত্ন প্ৰশংসনীয়। কিন্তু বৰ্ত্তমানে মই এইখন হাতত লোৱা টান। মই দুখন কিতাপ অতি সোনকালে ছপাই উলিয়াব লাগে। কি কম শইকীয়া, মই অসম্ভৱ ব্যস্ত। খাবৰ, শুবৰ সময় নোহোৱা হৈছে। আপুনি এতিয়া এইখন লৈ যাওক। চাৰি মাহ মান পিছত মোক দিলে মই চাই চিন্তি কিবা এটা কম।"

শইকীয়াৰ মূৰত বজ্ৰ পৰিল। তেওঁ সেপ ঢুকি কবলৈ ধৰিলে “ বুজিছে চৌধুৰী, অভাব অসুবিধাৰ তাড়নাত আপোনাৰ ওচৰলৈ আহিছোঁ। আপুনি সহায় কৰা হলে উপকৃত হলোঁহেঁতেন। ”

“ কি কৰিম শইকীয়া। বিপদ সকলোৰে। পৰা হলে মই কিবা এটা কৰিলোহেঁতেন ; কিন্তু নাই মই কোনো মতেই নোৱাৰোঁ। ”

শইকীয়াই দেখিলে যে তেওঁৰ শেষ আশাটোও নষ্ট হৈ গল। এতিয়া তেওঁ কি উপায় কৰে ? বদ্ৰীনাৰায়ণ বাবুৰ দোকানত যিমান বাকী আছে তালৈ চাই সন্ধিয়া তেওঁ বাকী নিদিবও পাৰে। বিশেষতঃ সিদিনা ৰাতি পুৱাতেই যিটি হতাশৰ ভাবে তেওঁক আগুৰি ধৰিছে তালৈ চাই তেওঁ বদ্ৰীনাৰায়ণ বাবুৰ তালৈ নোযোৱাকে স্থিৰ কৰিছে।

গধুলি শইকীয়া ঘৰতে মন মাৰি বহি আছে। ভিতৰত শইকীয়ানীয়ে লৰা-ছোৱালীহঁতৰ ওপৰত খং প্ৰকাশ কৰিছে “ চোলা লাগে। পোছাক লাগে। মই ক'ৰপৰা দিম ? মই জানো উপাৰ্জ্জন কৰিব পাৰো ? ”

অপৰাধীৰ দৰে শইকীয়া লাহে লাহে ভিতৰলৈ গল আৰু কবলৈ ধৰিলে—“ গোটেই ৰাতিপুৱাৰেপৰা টলৌ টলৌকৈ ফুৰিলোঁ এই কিতাপখনি লৈ। কতো সুবিধা নহল। টকা নাপালোঁ। কি কৰিম তুমিয়েই কোৱাচোন ? ”

শইকীয়ানীয়ে আগৰ সুৰতে সৰ্‌সৰকৈ কৈ গল “কি কম? মই কলে জানো শুনিব? আপুনি দিনে ৰাতিয়ে কবিতা লিখিব। ব্যৱসায়ৰ পিনে মন নকৰে। কোনোবাই মাতিব আহিলেও কবিতা লিখা নহব বুলি আপুনি নাযায়। সেই বাবে এনে অৱস্থা। এই সোপাই আপোনাৰ শনি হৈছে। মই আজি এই সোপা নষ্ট কৰিম। চাব দিন ফিৰে নে নাই?”

কথা শেষ কৰাৰ লগে লগে শইকীয়ানীয়ে মেজৰপৰা কবিতাৰ পুথিখনি হাতত লৈ নদীৰ কাষ পালেগৈ। শইকীয়াই পিছে পিছে বাধা দি গল “কি কৰা, কি কৰা? নষ্ট নকৰিবা— সেয়েই মোৰ জীৱন।” শইকীয়ানী কিন্তু বিৰত নহল। তেওঁ পোনে পোনেই নদীৰ কাষলৈ গৈ পুথিখন ব্ৰহ্মপুত্ৰৰ বুকুলৈ দলিয়াই দিলে। শইকীয়াৰ অতি আদৰৰ কবিতাৰ পুথি ব্ৰহ্মপুত্ৰৰ সোঁতত লাহে লাহে উটি যাবলৈ ধৰিলে। শইকীয়া বিবুদ্ধিত পৰিল। ইমান দিনৰ যত্ন, চেষ্টা নিমিষতে নষ্ট হৈ যায়। বলীয়াৰ দৰে একো নভবাকৈয়ে তেওঁ পানীৰ মাজলৈ নামি গল। তেওঁৰ কানি-কাপোৰ সকলো তিতিল, তথাপি তেওঁৰ জ্ঞান নাই।

তেতিয়া সন্ধিয়াৰ ক'লা অন্ধকাৰে পৃথিৱী ঢাকি ধৰিবৰ উপক্ৰম কৰিছে। পুব ফালৰপৰা সোঁ সোঁ কৈ বলা বতাহে নৈৰ পাৰৰ গছপাতবোৰ লৰাই গৈছে। তিতি বুৰি হলেও

শইকীয়াই তেওঁৰ কিতাপ উদ্ধাৰ কৰিলে। খঙৰ অন্তত এটি তৃপ্তিৰ আভাই তেওঁৰ মুখ পোহৰাই তুলিছে। আধা ভিজা কিতাপখন বুকুত সাবটি লৈ শইকীয়া নৈৰ পাৰৰ পৰা উভতি ঘৰ সোমাবৰ কাৰবাৰ কৰিছে। এনেতে তেওঁৰ দুৱাৰ মুখত দেখিবলৈ পালে সেউতীক। বোধ হয় তাই আহিছে শইকীয়াৰ সহায় আশা কৰি। সেউতীক তেনে অৱস্থাত দেখা পাই শইকীয়াৰ মুখেদি আপোনাআপুনিয়ে ওলাই গল " সেউতী, তোমাক দিবলৈ মোৰ ধন নাই। আছে প্ৰাণৰ অনুভূতি। তাকেই এই কিতাপত প্ৰকাশ কৰি বুকুত সাবটি লৈছোঁ।। "

লাজতে ৰঙা-চিঙা পৰি সেউতী আঁতৰি গল। শইকীয়াই নতুন কানি-কাপোৰ সলাই মন পাতলাও বুলি বাহিৰলৈ ওলাই যাবৰ কাৰবাৰ কৰিছে। এনেতে পিয়নে তেওঁৰ হাতত এখন চিঠি আৰু এটা পাৰ্চেল আনি দিলে। সকলো চিন্তা ভাৱনা তল পেলাই তেওঁৰ মুখত হাঁহি বিৰিঙি ওলাল। অতি সাৱধানে শইকীয়াই পাৰ্চেলটো খুলিলে। এৰা কাপোৰেই হয়। মোমায়েকে অকণিহঁতৰ বাবে পঠিয়াইছে। অকণিহঁতক ওচৰলৈ মাতি আনি নিজ হাতেৰে তেওঁ সিহঁতক কাপোৰ পিন্ধাই দিলে। তেওঁৰ মনত বৰ আনন্দ লাগিল। আঁতৰৰপৰা ঘৈণীয়েকেও চাই আনন্দৰ হাঁহি হাঁহিলে। তথাপি শইকীয়াৰ মনলৈ প্ৰশ্ন আহিল " পাৰ্চেলটো বাতি পুৱাতেই তেওঁৰ হাতত নপৰিল কিয় ? "

ব্ৰহাগৰ বৰষুণ। কেউপিনে তৃষাতুৰা প্ৰকৃতিৰ পৰিতৃপ্তিৰ চিন। গছ গছনিয়ে কুঁহিপাত মেলি ৰঙা, বগা নানা তৰহৰ ফুলেৰে জাতিস্কাৰ হৈছে। চৰাই চিৰিকিতিয়ে নতুন জীৱন পাই আনন্দতে আকাশত ওপঙি ফুৰিছে আৰু সিহঁতৰ অন্তৰভেদি ওলাইছে অপূৰ্ব্ব সঙ্গীত। কুলিৰ কুউ কুউ ধ্বনি, ভেকুলিৰ স্পষ্ট, অপষ্ট কোলাহল, জিলিৰ কৰ্কশ অথচ উচ্চ আবার ইত্যাদি নানা তৰহৰ শব্দেৰে পৃথিৱী মুখৰিত। সকলোৱে প্ৰকাশ কৰিছে অন্তৰ উপচি পৰা আনন্দ, নিজ নিজ মাতেৰে নিজ নিজ শক্তিৰে— কেৱে পঞ্চমত ৰাগিণী তুলি আৰু কেৱে তাল মান নোহোৱা অশ্ৰাব্য কোলাহলৰ সৃষ্টি কৰি। সৌন্দৰ্য্যপিপাসুৱে তাতো হয়তো আনন্দ উপভোগ কৰিলে-হেঁতেন; কিন্তু গজপতি আৰু বৃন্দাবন বাপুৱে পৰা নাই। সন্ধিয়াৰ ঠিক আগ সময়খিনি। পশ্চিমৰ পৰা এচাতি বতাহে সেই বহল পথাৰৰ কুমলিয়া কাঁহি আৰু বিৰিণাৰ ওপৰত ঢৌ খেলি যাব ধৰিছে। ঠায়ে ঠায়ে পঁচা ঘাঁহ বনৰ দুৰ্গন্ধ। বহুত দুৰৰপৰা কাৰোবাৰ কৰুণ বিননি বতাহৰ বোকোচাত উটি আহিছে। লাহে লাহে পশ্চিম আকাশত মেঘ দেখা গল। বৰষুণৰ লক্ষণ প্ৰকাশ পালে।

"এক ক্ৰোশ মানো অহা নাই। বলা উভতি যাওঁ।" গজপতি বাপুৱে বৃন্দাবনৰ গাত ঠেলা মাৰি কলে। তেওঁৰ মাত অস্পষ্ট, অন্তৰত ভয়ৰ চিন।

"কি একেটা কথাকে কৈ থাকাহে।" বৃন্দাবন বাপু খঙত মূৰ জোকাৰি উঠিল। "তোমাৰ যদি যাবলৈ ইচ্ছা নাই উলটি যোৱা। মই হলে যেনে তেনে ৰাতিৰ ভিতৰত ঘৰ পাবই লাগিব। নাজানানে যে কাইলৈ শহুৰৰ ঘৰত ব্ৰহ্মভোজন ?"

"এঃ, ব্ৰহ্মভোজন! আন্ধাৰ দেখোন হলেই। আৰু চোৱাচোন সৌফালে। কঁাহিবনৰ মাজে মাজে যাব পাৰিবা জানো ? সাপ, বেং বাঘ, ভালুক কত ৰকমৰ ভয়।"

অলপ থিয় দি বৃন্দাবন বাপুৱে আগতকৈ নৰম সুৰত কলে "এৰা গজপতি, কিন্তু মইতো নগলে নহয়। বলা দুয়ো গৈ থাকোঁ। ভগবান সহায়। ওঁ নমো গণেশায়, ওঁ নমো গণেশায়, আস্তিক আস্তিক—।"

দুয়ো আকৌ খোজ ললে। আগৰ করুণ বিননি স্পষ্টকৈ শুনা গল।

"শুনিছা ?"

"শুনিছোঁ ?"

"তথাপি যাবলৈ ইচ্ছা কৰা ?"

" বলা গৈ থাকোঁ। আস্তিক, আস্তিক, গৰুড় গৰুড়।"

কাঁহিবনৰ মাজৰ সুৰ্ সুৰীয়া বাট। চকুৰে মনিব পৰালৈকে বাটৰ দুয়ো কাষে কুমলীয়া কাঁহিবনৰ শ্যামল সৌন্দৰ্য্য। তাৰে মাজেদি দুয়ো আগ বাঢ়ি গৈছে— এজনে কৰ্ত্তব্যৰ দাৰুণ হেচাত; আনজনে বন্ধুত্বৰ অনুৰোধত। দুটোপ এটোপকৈ বৰষুণ পৰিবলৈ ধৰিলে, বতাহৰ বেগো আগতকৈ বেছি হল।

" এতিয়া উপায় বৃন্দাবন? "

" উপায় আৰু কি? উপায় ভগবানৰ হাতত। পথাৰৰ মাজ পাইছোঁ; আগ বাঢ়িলে যি, উভতি গলেও সেয়ে। বলা গৈ থাকোঁ। "

বৰষুণ টোপাটোপে পৰিবলৈ ধৰিলে। আকাশত মেঘ ঘন হৈ আহিল। গভীৰ অন্ধকাৰে পৃথিবী গ্ৰাস কৰি পেলালে। বাট-পথ মনিবৰ উপায় নাই। কেতিয়াবা কেতিয়াবা বিজুলীয়ে ক্ষণেকৰ বাবে ৰেঙাই যায়। কিন্তু তাৰ পিছ মুহূৰ্ত্ততেই আন্ধাৰ গাঢ়তৰ হৈ উঠে।

" নাৰায়ণ, নাৰায়ণ। মই আগেয়ে নকৈছিলোঁনে?

" এৰা হওঁতে বিপদেই হল। বিপদতাৰণ ভগবানে বিপদৰপৰা উদ্ধাৰ নকৰিলে উপায় নাই। নাৰায়ণ, নাৰায়ণ, কৰুণাময়— । "

ধাৰাসাৰে বৰষুণ পৰিবলৈ ধৰিলে। দুয়োজন তিতি বুৰি

জুকলা হ'ল। বাট খেপিয়াই খেপিয়াই দুয়োজনে আহি আছে। দুয়োৰো অন্তৰত ভয়। বাহিৰত ৰৰষুণৰ হো হো শব্দ।

" পথাৰ এৰিলোঁ। আগত এইখন গাওঁ যেন পাইছোঁ। সৌৱা চাকিৰ পোহৰ দেখিছানে ? "

গজপতি বাপুৱে দুবাৰৰ মুৰত কোনোমতে কথাষাৰ শুনি উত্তৰ দিলে " এৰা গাওঁ— গাৱেঁই হয়। বলা কাৰো ঘৰত আশ্ৰয় লওঁগৈ।

অন্ধকাৰৰ ঘন আৱৰণ। চাৰিওপিনে কুমলীয়া নল, খাগৰি, কাঁহিবন আদিৰ বাধা। বাট নাই। দুয়ো খেপিয়াই ফুৰিছে। বিজুলীৰ পোহৰো নাই। কিন্তু ৰৰষুণ আগৰ দৰেই আছে।

" গজপতি ? "

" অলপ সোঁহতীয়াকৈ খোজ দিয়া। "

" নাই মই গমকে ধৰিব পৰা নাই। তুমি আগলৈ আহাচোন। "

গজপতি বাপু আগ বাঢ়িল আৰু খেপিয়াই খেপিয়াই যাবলৈ ধৰিলে। " তুমি মোৰ ঠিক পাছে পাছে আহিবা। হয় সৌটো, মানুহৰেই ঘৰ। বেৰৰ ফোলোঙাৰে চাকিৰ পোহৰ দেখা গৈছে। আশ্ৰয় পাম। "

দুয়ো গ'ল বাট এৰি অবাটে। চাকিৰ পোহৰে দুয়োকো

প্ৰতাৰণা কৰিলে। অলপ দূৰ গৈয়েই গজপতি বাপু পৰি গল। "উঃ—উঃ – উঃ – উঃ—নাৰায়ণ, নাৰায়ণ! বৃন্দাবন, অ' বৃন্দাবন— ?"

বৃন্দাবন বাপু উচাপ খাই উঠি থিয় দিলে "গজপতি, বোলো কি হল? কলৈ গলা?"

"পৰিলোঁ— পৰিলোঁ বৃন্দাবন,— খালত পৰিলোঁ। মই তেতিয়াই কৈছিলো নহয় বোলো অচিনাকি ঠাই, আন্ধাৰ ৰাতি যোৱা কলৈ। তথাপি নুশুনা। শহুৰৰ ঘৰৰ ব্ৰহ্মভোজনেই চাৰ হল।"

"যি হবৰ হল গজপতি। দোষ মোৰেই। এতিয়া উঠি আহা। নাৰায়ণ, নাৰায়ণ— কি বিপদত পেলালা প্ৰভু!"

"উহুঁ, মই উঠিব নোৱাৰোঁ। এনেয়ে ৰাতি অলপ কম দেখোঁ, তাতেই এনে অন্ধকাৰ। সকলো সমান সমান দেখিছোঁ।"

আঁতৰৰ ঘৰৰ ভিতৰত মানুহে কিবা কোৱাকুই কৰা শুনা গল। মনত অলপ সাহ পাই বৃন্দাবন বাপুৱে চিঞৰি মাতিলে "কোন আছা বোপাইটিহঁত। বাটকৰা মানুহ বিপদত পৰিছোঁ।"

বৃন্দাবনৰ মাত শুনা মাত্ৰেই ঘৰৰ ভিতৰৰপৰা এজনে চিঞৰি উঠিল "হেৰৌ, ভদীয়া সেই ধাৰ দি থোৱা দা খন

লৈ আহ। ইহঁতক কাটি দুখণ্ড কৰোঁ। ৰবি ৰবি, বাপেৰ যাব ধৰিছোঁ।

ভয়ত পেপুৱা লাগি বৃন্দাবন বাপুৱে লাহেকৈ মাত লগালে "গজপতি, গজপতি! প্ৰাণৰ সংশয়। ডকাইত! দক্ষিণাৰ পইচাতো যাবই প্ৰাণো যাব। মোৰ ছাতিটোৰ মূৰত ধৰি পাৰিলে লাহে লাহে উঠি আহা।"

ঘৰৰ ভিতৰৰপৰা আকৌ কোৱা শুনা গল। "কান্দুৰাকো মাত দেছোন। ইহঁতে দেখোন এতিয়াও গুণ-গুণায়ে আছে। ইহঁতক ভালকৈ এসেকা নিদিলে নহব।"

"গজপতি, উঠিছানে?"

"উঠিছোঁ।"

"এতিয়া মোৰ পাছে পাছে আহা। এই ডকাইতৰ হাতত প্ৰাণনাশ হোৱাতকৈ বননিৰ মাজত বাট বিচাৰি মৰাও ভাল।"

ঘৰৰ ভিতৰত কোনোবাই অস্বাভাবিক ৰকমে কেঁকাই উঠা শুনা গল।

"গজপতি, বেগাই আহা। ইহঁত নিশ্চয় ডকাইত। কোনোবাই কেঁকাই উঠা শুনিলানে?"

"শুনিলোঁ।"

"আহা মনে মনে আহি থাকা। আজি ভগবানে ৰক্ষ

কৰিলেহে ৰক্ষা। এই পথাৰখন পাৰ হ'ব পাৰিলেও সিফালে কিজানি দুই এঘৰ চিনাকি মানুহ ওলালে-হেঁতেন।”

দুয়ো আকৌ কাঁহিবনৰ মাজৰ সুৰ্‌সুৰীয়া পথেৰে আগ বাঢ়িল। আত্মৰক্ষাৰ স্বাভাবিক বৃত্তিয়ে দুয়োকো বেগাই আগ বঢ়াই লৈ গল। পাছৰ বিপদৰ তুলনাত সমুখৰ বিপদ বিঘিনিক তেওঁলোকে তুচ্চ জ্ঞান কৰিলে। ভগবানৰ অনুগ্রহ দুযো জনৰ কাতৰ প্ৰাৰ্থনা তেওঁ শুনিলে। প্ৰায় আধা ঘণ্টা খোজ কঢ়াৰ পিছত তেওঁলোক গাওঁৰ ভিতৰ সোমাল। তাত নল খাগৰি নাই, বাট বহল আৰু ঠায়ে ঠায়ে মানুহৰ ঘৰ আছে। কিন্তু অলপ আগতে হোৱা অভিজ্ঞতাৰ ভয়ত তেওঁলোকে কাকো মাত লগাবলৈ সাহ কৰা নাই— জানোছা হিতে বিপৰীত হয়, জানোছা পানী বিচাৰি সাগৰলৈ যাওঁতে সাগৰ শুকাই যায়। সেই বাবে দুয়ো গৈ আছে। বাটৰ দুয়ো কাষৰ আধা ভৰা খালবোৰত সৰু বৰ ভেকুলিৰ কাণ তাল মাৰি ধৰা কোলাহল। সৰহ ভাগতেই পঁচি থকা আবৰ্জ্জনাৰ অসহনীয় দুৰ্গন্ধ। ঠায়ে ঠায়ে বোকা, কতো কতো পানী। কাৰো কাৰো দুৱাৰ মুখত আকৌ গোবৰৰ প্ৰকাণ্ড দ'ম। এইবোৰৰ মাজেদি দুয়ো গৈ আছে। বাটত মানুহৰ সমাগম নাই। ঘৰবোৰৰ ভিতৰতো যে কোনো জীৱন্ত প্ৰাণী আছে তাৰ চিন চাব নাই। গজপতি বাপু

ভেনেই অৱশ হৈ পৰিছে। এনেয়ে আদ বয়সৰ মানুহ, তাতেই পিত্তৰ বেমাৰ। তথাপি উপায় নাই— যাবই লাগিব।

দুয়ো গাওঁখন এৰিলে। আগত আন এখন সৰু পথাৰ। বোকা, পানী, গোবৰ, জোক, ম'হ— ইত্যাদি নানান আবৰ্জ্জনাৰ মাজেদি তেওঁলোক গৈ আছে। তেওঁলোকৰ ভৰি ক'ত পৰিছে, ক'ত নপৰিছে তাৰ ঠিক নাই। হঠাৎ বৃন্দাবন বাপু থিয় হল। গজপতি বাপু তেওঁৰ গাৰ ওপৰতেই পৰিলগৈ। বৃন্দাবনে গজপতিৰ হাতত ধৰি লাহেকৈ কলে "দেখিছা?"

মাজ পথাৰত অন্ধকাৰৰ এটা বিৰাট স্তূপ। মাজে মাজে জোনাকী পৰুৱাৰ পোহৰৰ দৰে এটি পোহৰ, এবাৰ এই পিনে এবাৰ সেই পিনে ক্ষণেকৰ বাবে জিলিকি উঠি আকৌ অন্তৰ্ধান হয়। চাওঁতে চাওঁতে সেই বিৰাট স্তূপটো তেওঁলোকৰ ফালে লাহে লাহে আগবাঢ়ি অহা যেন দেখা গল। গজপতি বাপুৰ চুৰ্ত্তি হেৰাল। "ভূত, বৃন্দাবন। ভূত!! এতিয়াহে মৰিলো।"

"গায়ত্ৰী জপ কৰা। ভয় নকৰিবা। সি বামুণক স্পৰ্শ কৰিব নোৱাৰে।"

দুয়ো নিমাত। কিছু সময় গল। সেই বিৰাট মুৰ্ত্তি-টোও হঠাৎ নিশ্চল হৈ পৰিল। কিন্তু কি আচৰিত! সি গায়ত্ৰীকো ভয় নকৰিলে। নিমিষতে সি যেন দুগুণ ওখ

হৈ পৰিল আৰু দীঘল দীঘলকৈ খোজ লবৰ উপক্ৰম কৰিলে। এই আচৰিত পৰিবৰ্ত্তন দেখি গজপতি বাপুৰ ধৈৰ্য্য হেৰাল। তেওঁ দেখিলে যে তাত থিয় হৈ থাকিলে আৰু ৰক্ষা নাই। ততালিকে তেওঁ গাৱঁৰ পিনে উভতি লৰ মাৰিলে। শেহত বৃন্দাবন বাপুৰেও অগত্যা আন উপায় নাপাই গজপতি বাপুৰ পিছে পিছে লৰ দিলে। দুয়ো দৌৰি এঘৰ মানুহৰ চোতাল উঠিলগৈ। গজপতি বাপুৱে "বোপাইহঁত ৰক্ষা কৰ" বুলি চিঞৰি উঠি মাটিত বাগৰি পৰি গল।

ঘৰৰ ভিতৰৰপৰা দুজন মানুহে দুখন দা আৰু চাকি হাতত লৈ বাহিৰলৈ আহি দেখে যে গজপতি বাপুৰ জ্ঞান নাই। দুয়ো নানান প্ৰশ্নৰ অন্তত আন কেইজনমান গাৱঁৰ সাহসী মানুহ মাতি আনি গজপতি বাপুক বাহিৰৰ এটা ঘৰলৈ দাঙি নিলে, মুৰত তেল দিলে আৰু ভৰি হাতখোৰত তাপ লগাকৈ একুৰা জুই ধৰি দিলে। কিছু সময় পিছত গজপতি বাপুৰ জ্ঞান ফিৰিল। ইপিনে মানুহৰ সমাগম হোৱা বাবে ভূতেও ভয় পাই পথাৰৰ গছ্ জোপাৰ মাজত অন্তৰ্ধান হল।

ৰাতি পুৱাওঁ নৌপুৱাওঁতেই ওচৰৰ গাৱঁত কথাটো প্ৰচাৰিত হৈ পৰিল। আজি আঠ দহ দিন কেবাজনো গাৱঁৰ মানুহে ভূতৰ চিঞৰ শুনিছিল। সিদিনা দুজন বামুণে ভূতটোক সাক্ষাৎ দেখা পোৱা বুলি জানিব পাৰি প্ৰত্যেক

গাৱঁৰেই অনুসন্ধিৎসাপ্ৰিয় দুই এজন মানুহ তেওঁলোকৰ কাষ চাপিছেহি। ওচৰৰ গাৱঁৰ কাতিৰামৰ এই বিষয়ত বৰ আগ্ৰহ। সি কয় যে ভূতে ৰাতি সিহঁতৰ বাৰীত কথা পাতিছিল। সি দা লৈ খেদাত পলাল। সেই ভূতেই বোধ হয় বাপুসকলৰ আগত দেখা দিছিলহি। তাৰ মতে সেই ভূত আন একো নহয়— হাইজাৰ দেৱতা। সি দা লৈ খেদাৰ পিছৰ পৰাই সিহঁতৰ নিজৰ ঘৰৰ বেমাৰী দুটাও ভালেখিনি ভালৰ ফালে আহিছে।

সেই গাৱঁৰে ধনীৰামে কয় এই ভূত ব্ৰহ্মযক্ষ। সি ব্ৰাহ্মণ সজ্জন নামানে। সিদিনা সেই কলী ছাগলীজনী সেই গছৰ তললৈ যাওঁতে আপোনা আপুনি মৰি গল। তাৰ দুদিন আগেয়ে মাখোন লিভিকাইৰ মাকে তাক গছৰ পাতৰ ওপৰত লগুণ পিন্ধি বহি থকা দেখা পাইছিল।

প্ৰত্যেকেই একো একোটা নতুন নতুন মত প্ৰকাশ কৰিবৰ সুবিধা পাই প্ৰকাশ কৰি গল। গজপতি বাপুৱে ভাবিলে ব্ৰহ্মযক্ষ হলেও ভূত, ৰুদ্ৰযক্ষ হলেও ভূত আৰু ভূত ভূতেই। তেওঁ সিদিনাই ভাগতী বাপুৰ ঘৰৰপৰা এটা মাদুলী লৈ যাব।

বৃন্দাবন বাপুৱে বুজিলে যে ভূতকো ভূতে পালে। কাতিৰামৰ মনত হয়তো তেওঁলোকেই ভূত আছিল। সেই

বাবে সি দা লৈ খেদিবলৈ আগ বাঢ়িছিল। কিন্তু ভাগ্য-বিপৰ্য্যয়ৰ ফলত সেই ভূতকো কেতিয়াবা গছে খেদা মাৰি অহাটো একো অসম্ভৱ নহয়।



# সুখী ৰাজকুমাৰ

স্থান— উত্তৰ গুৱাহাটী

ৰচনা কাল— ১৮ আগষ্ট ১৯৩৮

নগৰৰ এটা ওখ স্তম্ভৰ ওপৰত সুখী ৰাজকুমাৰৰ প্ৰতি-মূৰ্ত্তিটো থিয় হৈ আছে। তেওঁৰ গোটেই গাটোতে সোণৰ পাতল পাত, চকু দুটাত দুটা উজ্জ্বল মণি আৰু তৰোৱালৰ নালত এটা ডাঙৰ পদ্মৰাগ।

সকলোৱে তেওঁক প্ৰশংসা কৰে। সুখ্যাতি লভিবলৈ ইচ্ছা কৰা শিল্পানুৰাগী এজন চহৰৰ সদস্যই মত প্ৰকাশ কৰিলে "এওঁ বায়ু প্ৰদৰ্শনী যন্ত্ৰৰ দৰে ধুনীয়া। কেৱল এওঁ কোনো কামত নাহে।"

আন ঠাইত।

চন্দ্ৰটোৰ বাবে কান্দি থকা লৰাটোক নিচুকাবৰ মনেৰে এজনী মাকে কৈ উঠিল "তই কিয় সুখী ৰাজকুমাৰৰ দৰে হব নোৱাৰ? কোনো বস্তুৰ বাবে কান্দিবলৈ তেওঁ দেখোন সপোনতো নাভাবে।"

ব্যৰ্থতাৰ অন্তত।

তৃতীয় আন এজনে প্ৰতিমূৰ্ত্তিটোৰ পিনে চাই সান্ত্বনা লভিবলৈ চেষ্টা কৰিলে "জগতৰ ভিতৰত অন্ততঃ এজন সুখী পুৰুষ আছে। তেওঁ কেনে ভাগ্যবান।"

মন্দিৰৰ পৰা কেজনমান লৰা ওলাই আহিছে। এজনে ভক্তি ভাবতে কৈ উঠিল "এওঁক ঠিক দেবদূত যেন দেখি।"

অঙ্কৰ শিক্ষকজনে মাজতে বাধা দি কলে "তুমি কেনেকৈ জানিলা ? তুমি কেতিয়াও দেৱদূত দেখা নাই।"

"আমি সপোনত দেখিছোঁ।" একে লগে কেবাজনেও চিঞৰি উঠিল। অঙ্কৰ শিক্ষকজনে মুখেৰে নামাতিলে কিন্তু তেওঁৰ কপাল কোচ খাই গল। লৰা-ছোৱালীবোৰ অযথা কাল্পনিক হলে তেওঁৰ খং উঠে।

* * *

এদিনাখন ৰাতি। এটা সৰু কুলি সেই নগৰৰ ওপৰেদি উৰি ফুৰিছিল। কেই সপ্তাহমান আগতে তাৰ বন্ধুবিলাক ইজিপ্তলৈ গুচি গৈছে। সিয়েই অকলে পাছ পৰি আছে। সি এতিয়াও সেই ধুনীয়া খাগৰী জাল প্ৰতি মৰম এৰিব পৰা নাই। বসন্তৰ আগমনত নদীৰ ওপৰে ওপৰে উৰি আহোঁতে সি তাইৰ সৰু ককালখন দেখি মুগ্ধ হৈছিল আৰু বৈ বৈ তাইৰ লগত কথা পাতিছিল। তাকেই সি আজিও পাহৰিব পৰা নাই।

তাৰ মনত পৰে খাগৰীক সি সুধিছিল "মই তোমাক ভাল পামনে ?" খাগৰীয়ে মূৰ বেঁকা কৰি নমস্কাৰ জনাইছিল। আনন্দত সি তাৰ পাখীৰে নদীৰ পানীৰ ওপৰত সৰু সৰু

ঢৌ তুলি উৰি ফুৰিছিল। তাকে দেখি আন আন কুলি-বোৰে কৈছিল "ই এটা হাঁহি উঠা প্ৰীতি। তাইৰ ধন সম্পত্তি নাই আৰু লগতো মিতিৰ কুটুমো অগনন।"

কুলিটোৱে সেই কথা শুশুনিলে। শীতৰ আগমনত সেই ৰাতে আন কুলিবোৰে তাক অকলে এৰি ইজিপ্ত পালেগৈ।

কুলিটো অকলশৰীয়া হল। লাহে লাহে তাৰ প্ৰেমিকাৰ প্ৰতিও বিৰক্তিৰ ভাব উপজিল। "তাইৰ মাত বোল নাই। তাই বোধ হয় ভাল পোৱাৰ ছল কৰিছে। নহলে তাই বতাহৰ লগত এনে দৰে খেলিব কিয়? বিশেষকৈ তাই ঘৰ ভাল পায় আৰু মই ভাল পাওঁ ভ্ৰমণ। গতিকে মোৰ প্ৰিয়ায়ো ভ্ৰমণ ভাল পাব লাগিব।"

অৱশেষত সি এদিন খাগৰীৰ ওচৰলৈ গৈ সুধিলে "তুমি মোৰ লগত আহিবানে?" কিন্তু খাগৰীয়ে মূৰ জোকাৰিলে। তাইৰ ঘৰৰ প্ৰতি প্ৰবল প্ৰীতি।

"তুমি মোক অপমান কৰিছা। মই পীৰামিদৰ দেশলৈ যাওঁ। বিদায়——" এই বুলি সি তাৰ পৰা উৰি আহিল।

দিনৰ দিনটো উৰি ফুৰি সন্ধিয়া সি নগৰ পালেহি। ক'ত থাকিব তাকে ভাবি চিন্তি সি সেই ওখ স্তম্ভটোৰ ওচৰ পালেহি। "এইখিনি অতি মনোৰম ঠাই। ইয়াত সুন্দৰ বতাহ বলিছে। মই ইয়াতেই থাকিম।" এই বুলি

সি সুখী ৰাজকুমাৰৰ ভুয়োখন ভৰিৰ মাজতে উৰি পৰিলহি।

"মই এটা সোণৰ শোৱনি ঘৰ পালোঁ।" কুলিটোৰ মনত বৰ আনন্দ লাগিল। সি শুবৰ কাৰবাৰ কৰিলে। কিন্তু সি ঠোঁটটো পাখীৰ মাজত সুমাওঁ নৌসুমাওঁতেই এটোপ পানী তাৰ গাত পৰিলহি। "কেনে আচৰিত! আকাশত মেঘ নাই, অথচ বৰষুণ! এনে ঠাইৰ জলবায়ু ভয়লগা। খাগৰীয়ে বৰষুণ ভাল পায় কিন্তু সেইটো তাইৰ আপোনপেনীয়া স্বভাৱ।"

আকৌ এটোপ পানী পৰিল।

"যদি এটা প্ৰতিমূৰ্ত্তিয়ে বৰষুণ গাতৰাই ৰাখিব নোৱাৰে তেন্তে ইয়াৰ আৱশ্যক কি? মই আন ভাল ঠাই এডোখৰ বিচাৰি উলিয়াব লাগিল।" এই বুলি সি উৰি যোৱাৰ কাৰ-বাৰ কৰিলে।

কিন্তু সি পাখী মেলি উৰা মাৰাৰ আগতে আকৌ এটা ডাঙৰ টোপাল পৰিল। সি মূৰ তুলি চাই দেখিবলৈ পালে সুখী ৰাজকুমাৰৰ চকু ছুটা চকুলোৰে ভৰা। তেওঁৰ সোণালী গাল দুখনৰ ওপৰেদি চকুপানী বাগৰি আহিছে। চন্দ্ৰকিৰণত তেওঁৰ মুখখন এনে ধুনীয়া হৈ পৰিছে যে কুলিটোৱে তালৈ চাই মৰমত পমি গল।

"তুমি কোন?" সি আগ্ৰহেৰে সুধিলে।

'মই সুখী ৰাজকুমাৰ।"

কুলিটোৱে সুধিলে, "তুমি কান্দিছা কেলৈ? তুমি মোক তেনেই তিয়াই পেলালা!"

এটি ছমুনিয়াহৰ অন্তত প্ৰতিমূৰ্ত্তিটোৱে উত্তৰ দিলে, "যেতিয়া মই জীয়াই আছিলোঁ আৰু মোৰ মানুহৰ অন্তঃকৰণ আছিল মই চকুপানী কি বুজা নাছিলোঁ। মই আছিলোঁ সুখৰ প্ৰাসাদত। তাত দুখ প্ৰবেশ কৰিব নোৱাৰে। দিনত সখীসকলৰ লগত মই বাগিছাত খেলিছিলোঁ আৰু সন্ধ্যা নাচ-গানত মত্ত আছিলোঁ। বাগিছাৰ চাৰিওফালে এখন ডাঙৰ পকী বেৰ আছিল। এই বেৰৰ বাহিৰত কি আছিল তাক জানিবলৈ মই যত্ন কৰা নাছিলোঁ। মোৰ পৰিষদবৰ্গই মোক বুলিছিল সুখী ৰাজকুমাৰ আৰু আচলতে আমোদ আনন্দই যদি সুখ হয় মই সুখী আছিলোঁ। কিন্তু মোৰ মৃত্যুৰ পিছত মানুহে মোক এনে এখন ওখ ঠাইত থৈ দিছে যে তাৰপৰা মই সদায় মানুহৰ দুখ দুৰ্গতি দেখা পাওঁ। এতিয়া মোৰ হিয়াখন সীহেৰে তৈয়াৰী হলেও মই এইবোৰ দেখি নাকান্দি থাকিব নোৱাৰোঁ।"

কুলিটোৱে মনতে ভাবিলে "এওঁ তেনেহলে সম্পূৰ্ণ সোণেৰে তৈয়াৰী নহয় নেকি?"

নিছেই সৰু মাতেৰে প্ৰতিমূৰ্ত্তিটোৱে আকৌ কবলৈ ধৰিলে "বহুত আঁতৰত এটা ঠেক ৰাস্তাৰ ওপৰত এটা পঁজা

আছে। পঁজাটোৰ এখন খিৰিকী খোলা। ইয়াৰে মই ভিতৰত বহি থকা এজনী তিৰোতা দেখিবলৈ পাইছোঁ। তাইৰ মুখ শুকান, বিষাদভৰা। তাইৰ হাত দুখন ডাঠ আৰু বেজীয়ে থকা সৰুকাকৈ বিন্ধা। গভিকে ৰঙা। তাই শিপিনী। ৰাণীৰ সহচৰীৰ বাবে তাই এটা চোলা গুঠিব ধৰিছে। ঘৰটোৰ চুকত এখন বিছনাৰ ওপৰত তাইৰ লৰাটো বেমাৰত লাল-কাল দি পৰি আছে। সি মাকক কমলা খুজিছে। কিন্তু তাক যাচিবলৈ ঘৰত নৈৰ পানীত বাহিৰে আন একো নাই। লৰাটো শান্ত হোৱা নাই। সি কান্দি আছে। কুলি, মোৰ মৰমৰ কুলি! মোৰ তৰোৱালৰ নালত থকা পদ্মৰাগটো তুমি তালৈ লৈ যাবানে? মোৰ ভৰি দুখন এই স্তম্ভত গঁঠা আছে। মই লৰচৰ কৰিব নোৱাৰোঁ।"

কুলিটোৱে কলে "মই ইজিপ্তলৈ যাব লাগে। মোৰ বন্ধুসকলে নীল নদীৰ ইফালে সিফালে উৰি ডাঙৰ ডাঙৰ পদুমবিলাকেৰে সৈতে কথা পাতিব ধৰিছে। শীঘ্ৰে তেওঁ-লোকে ৰজাৰ কবৰত বাহ লবগৈ। তাত চিত্ৰিত মৃত্যু-শয্যাত ৰজা নিজেই শুই আছে। তেওঁৰ গাত হালধীয়া কাপোৰ আৰু চাৰিও কাষে নানা তৰহৰ মছলা। তেওঁৰ ডিঙিত পাতল সেউজীয়া ৰঙৰ হাৰ আৰু তেওঁৰ হাত দুখন শুকান পাতৰ দৰে।"

ৰাজকুমাৰে কলে "কুলি, মোৰ মৰমৰ সৰু কুলি! তুমি

মোৰ লগত এৰাতিৰ বাবে থাকি মোৰ কামটো কৰি নিদিযানে ? চোৰাচোন লৰাটোৰ ইমান পিয়াহ লাগিছে আৰু তাৰ মাক এনে দুখুনী ?”

কুলিটোৱে উত্তৰ দিলে “মই লৰাবোৰক ভাল পাওঁ বুলি কব নোৱাৰোঁ। যোৱা বাৰিষা মই যেতিয়া নদীৰ কানত আছিলোঁ তেতিয়া দুটা দুষ্ট লৰাই মোলৈ শিলগুটি দলিয়াইছিল। শিলগুটিয়ে মোক অৱশ্যে আঘাত কৰা নাছিল, কিয়নো আমি কুলিবোৰে বৰ বেগাই উৰিব পাৰোঁ। তাতে আকৌ অতি ক্ষিপ্র গতিৰ বুলি আমাৰ বংশৰ সন্মান আছে। তথাপি এনে কাম অপমানজনক।”

কুলিটোৰ কথাত সুখী ৰাজকুমাৰক এনে দুঃখিত দেখা গল যে সি মনতে বৰ আঘাত পালে আৰু কলে ‘ইয়াত চেচা পৰিছে। তথাপি এৰাতিৰ কাৰণে মই ইয়াত থাকি তোমাৰ কাম কৰি দিম।”

ৰাজকুমাৰে কুলিটোক ধন্যবাদ জনালে। তেওঁৰ তৰোৱালৰ নালৰ পৰা কুলিটোৱে ডাঙৰ মুক্তাটো ঠোটেৰে সোলোকাই লৈ নগৰৰ ঘৰৰ ওপৰেদি উৰি গল। সি মাৰ্ব্বল শিলৰ গীৰ্জ্জা ঘৰটোৰ কাষেদি সাউত কৰে গুচি গল। ৰাজ—প্ৰাসাদত সি নাচ-গানৰ শব্দ শুনিলে। এজনী গাভৰুৱে প্রেমিকৰ সৈতে বাৰেণ্ডালৈ ওলাই আহিছে। প্রেমিকে তৰাবোৰলৈ আঙুলিয়াই কৈছে “তৰাবোৰ কেনে আশ্চৰ্য্যজনক

কিন্তু আতোকৈ আশ্চৰ্য্যজনক নৰ-নাৰীৰ প্ৰেম।”

গাভৰুজনীয়ে তালৈ কাণ নকৰিলে “মই আশা কৰোঁ নাচনৰ সময়লৈকে মোৰ পোছাক হৈ উঠিব। পোছাকৰ ওপৰত মই বহুতো ফুল তুলিব দিছোঁ; কিন্তু শিপিনীজনী এলেহুৱা। এনে দৰে কাম কৰিলে তাই পইচা নাপায়।”

কুলিটো নদীৰ ওপৰে ওপৰে গল। সি জাহাজৰ মাস্তুলৰ ওপৰত পোহৰ দেখিবলৈ পালে। আন ঠাইত ধনী-বিলাকে তুলাচনীৰে টকা জুখিবলৈ ধৰা সি দেখিলে। অৱশেষত সি সেই পঁজাত উপস্থিত হলগৈ। লৰাটোৱে বিছনাত ইফালে সিফালে বাগৰি আছে। ক্লান্ত মাক টোপনিত লাল-কাল। সি একে জাপেই ভিতৰ সোমাল আৰু ঘৰৰ ভিতৰত মুক্তাটো থলে। তাৰ পিছত সি লৰাটোৰ বিছনা চাৰিওকাষে উৰি উৰি লৰাটোৰ মুৰত বতাহ দিলে। “মই কেনে সুখ অনুভব কৰিছোঁ!” মনতে ভাবি লৰাটো টোপনি গল।

কুলিটোৱে কাম শেষ কৰি সুখী ৰাজকুমাৰৰ ওচৰলৈ উৰি আহি কি কি কৰিলে কলে। “বৰ আচৰিত কথা। বাহিৰত এনে চেচা কিন্তু মই গৰম অনুভৱ কৰিছোঁ।”

ৰাজকুমাৰে উত্তৰ দিলে “তুমি সৎ কাম কৰিছা। ই তাৰেই গুণ।”

কুলিটোৱে ভাবিবলৈ ধৰিলে। ভাবি ভাবি সি টোপনি গল। চিন্তা কৰিলেই তাৰ টোপনি আহে।"

যেতিয়া ৰাতি পুৱাল সি নদীলৈ উৰি গল আৰু নদীত গা ধুলে।

নদীৰ ওপৰৰ দলংডেদি গৈ থকা পক্ষীবিজ্ঞানৰ এজন অধ্যাপকে কৈ উঠিল "কি আচৰিত ঘটনা! জাৰকালি কুলি!" ঘৰলৈ গৈ তেওঁ এটি দীঘলীয়া প্ৰবন্ধ লিখি কাকতত প্ৰকাশ কৰিলে। বহুতে এই প্ৰবন্ধৰ পৰা কথা উদ্ধৃত কৰিলে। কাৰণ তাত তেওঁলোকে নজনা বহুতো টান শব্দ আছিল।

"আজি মই ইজিপ্তলৈ যাম" আনন্দত সি চিঞৰি ফুৰিব ধৰিলে। সি চহৰৰ আটাইবোৰ স্মৃতি স্তম্ভ চাই আহিল গীৰ্জ্জাৰ ওখ চূড়াত বহি সি বহুতো সময় কটালে। সি যলৈকে যায় তাতেই ঘনচিৰিকাবোৰে কিচ্ কিচাই কয় "কেনে ধুনীয়া এওঁ!" কুলিটোৱে মনত বৰ আনন্দ পায়।

ৰাতি। চন্দ্ৰ-পোহৰত পৃথিবী জিল্‌মিলাব ধৰিলে। কুলি-টোৱে সুখী ৰাজকুমাৰৰ ওচৰলৈ উৰি আহিল। ৰাজকুমাৰে সুধিলে "তুমি ইজিপ্তলৈ কেতিয়া যাবা?"

"মই এতিয়াই যাওঁ" বুলি সি উত্তৰ দিলে।

ৰাজকুমাৰে সুধিলে "মোৰ মৰমৰ কুলি, তুমি আৰু এটি দিনৰ বাবে অপেক্ষা কৰিব নোৱাৰানে?"

"মোৰ বন্ধুসকলে মোৰ কাৰণে ইজিপ্তত অপেক্ষা কৰি আছে। কাইলৈ তেওঁলোকে জলপ্ৰপাতৰ ফালে উৰি যাব। তাত জলঘোটক বিলাক লুকাই আছে আৰু এচটা শিলৰ ওপৰত ধনাধিপতি কুবেৰ বহি থাকে। গোটেই ৰাতি তেওঁ গ্ৰহ নক্ষত্ৰৰ গতিবিধি লক্ষ্য কৰে। যেতিয়া পুৱতী ভোতা দেখা দিয়ে তেতিয়া তেওঁ আনন্দত চিঞৰি উঠে। দুপৰীয়া হালধীয়া ৰঙৰ সিংহবিলাকে তালৈ পানী খাবলৈ আহে। সিহঁতৰ মাত জলপ্ৰপাতৰ মাততকৈও ডাঙৰ।"

ৰাজকুমাৰে কলে "কুলি, চহৰৰ আন ফালে এটা পুৰণি ঘৰত এজন ডেকা মানুহ দেখা পাইছোঁ। কাগজেৰে ভৰি থকা এখন মেজত তেওঁ আউজি আছে। ওচৰৰ এটা পাচিত কিছুমান শুকান ফুল পৰি আছে। তেওঁৰ চুলি-বোৰ মুগা বৰণীয়া, ওঠ দুটা ডালিমৰ দৰে ৰঙা, চকু দুটা ডাঙৰ, কল্পনাপ্ৰবণ। তেওঁ এখন নাট লিখি শেষ কৰিবলৈ যত্ন কৰিছে। কিন্তু চেঁচাৰ কাৰণে পৰা নাই। তেওঁৰ কেউপিনে অভাব। তেওঁৰ জুহালত জুই নাই, পেটত নাই। ভোকতে তেওঁ অজ্ঞান হওঁ হওঁ হৈছে।

কুলিটোৰ মনত দয়া উপজিল। সেই বাবে সি কলে "মই তোমাৰ লগত আৰো এৰাতি কটাম। মই তেওঁৰ বাবে এটি পদ্মৰাগ লৈ যামনে?"

দুখেৰে ৰাজকুমাৰে কলে "মোৰ গাত আৰু পদ্মৰাগ

নাই। আছে কেৱল চকু দুটা। এই দুটা দুষ্প্ৰাপ্য মণিৰে তৈয়াৰী। এহাজাৰ বছৰ আগেয়ে এই দুটা ভাৰতবৰ্ষৰ পৰা অনা হৈছিল। ইয়াৰে এটা খুটিয়াই তুমি তেওঁলৈ লৈ যোৱা। তেওঁ সেইটো সোণাৰীৰ ঘৰত বেচি খৰি আৰু খৰি কিনি আনিব আৰু নাটখনো শেষ কৰিব।"

কুলিটোৱে কান্দি কান্দি কলে "মৰমৰ ৰাজকুমাৰ, মই এনে কাম কৰিব নোৱাৰোঁ।"

ৰাজকুমাৰ ইয়াত মান্তি নহল! তেওঁ কুলিটোক কাবৌ কৰি যি কৈছে তাকে কৰিবলৈ কলে। অগত্যা কুলিটোৱেও ৰাজকুমাৰৰ এটা চকু খুটি উলিয়াই উৰা মাৰিলে। ডেকাজনৰ ঘৰৰ চালত এটা বিন্ধা আছিল। এই বিন্ধাৰে সি সহজে ঘৰৰ ভিতৰ সোমাব পাৰিলে। ডেকাই চৰাইৰ ডেউকাৰ শব্দ শুনিলে, তেওঁ ভাবতে তন্ময় হৈ আছিল। অলপ সময় পিছত মূৰ তুলি চাই তেওঁ শুকান ফুলবিলাকৰ ওপৰত মণিটো দেখিবলৈ পালে। তেওঁ মনতে ভাবিলে "মানুহৰ পৰা মই সমাদৰ পাবলৈ আৰম্ভ কৰিছোঁ। এইটো নিশ্চয় কোনোবা প্ৰশংসাকাৰীয়ে ইয়াত থৈ গৈছে। এতিয়া মই মোৰ নাট শেষ কৰিব পাৰিম।"

পিছদিনা কুলিটো বন্দৰলৈ উৰি গল। এখন জাহাজৰ মাস্তুলৰ ওপৰত বহি সি জাহাজত মাল তোলা চাই থাকিল। এই জাহাজ নিশ্চয় ইজিপ্তলৈ যাব। তাৰ মনত আনন্দ

লাগিল আৰু সি চিঞৰি উঠিল "মযো ইজিপ্তলৈ যাম।" কিন্তু কেৱে তাৰ কথাত কাণ নিদিলে সেই বাবে চন্দ্ৰ আকাশত উঠাৰ লগে লগে সি আকৌ ৰাজকুমাৰৰ ওচৰলৈ উৰি আহিল।

"মই তোমাৰপৰা বিদায় লবলৈ আহিছোঁ।" সি ৰাজ-কুমাৰক কলে।

ৰাজকুমাৰে সুধিলে "মৰমৰ কুলি, তুমি মোৰ লগত আন এৰাত্তিৰ কাৰণে থাকিব নোৱাৰানে?"

কুলিটোৱে উত্তৰ দিলে "এতিয়া শীতকাল। সোনকালে ইয়াত বৰফ পৰিব। ইজিপ্তত সেউজীয়া তাল গছৰ পাতৰ ওপৰত সূৰ্য্য-কিৰণে জিলমিলায়। বোকাৰ মাজৰপৰা ঘৰীয়াল-বিলাকে মূৰ উলিয়াই এই জিলিকনি চাই থাকে। মোৰ বন্ধুসকলে এই তাল গছবোৰত ঘৰ সাজিব ধৰিছে। মৰমৰ ৰাজকুমাৰ, মই তোমাক এৰি যাব লাগিব। কিন্তু মই তোমাক নাপাহৰোঁ। অহা বসন্ত কালত মই তোমালৈ সেই বহুমূলীয়া মণি দুটা লৈ আহিম। পদুমৰাগটো ৰঙা গোলাপতকৈ অলপ ৰঙা হব আৰু চকুৰ মণিটো সাগৰৰ পানীৰ দৰে নীলা হব।"

সুখী ৰাজকুমাৰে কলে, "অলপ আঁতৰত এজনী দিয়াচলাই ব্যৱসায়ী ছোৱালী আছে। তাইৰ দিয়াচলাইবোৰ নৰ্দ্দমাত পৰি যোৱাত সেইবোৰ নষ্ট হৈ গৈছে। যদি তাই বাপেকৰ

ওচৰলৈ কিছু পইচা লৈ যাব নোৱাৰে তেন্তে বাপেকে তাইক মাৰিব। সেই বাবে তাই কান্দি আছে। তাইৰ ভৰিত জোতা মোজা নাই, তাইৰ মূৰটোও খালি। মোৰ চকুৰ আনটো মণি খুটিয়াই তাইক দিয়াগৈ। তেতিয়া হলে বাপেকে তাইক নামাৰে।"

কুলিটোৱে কলে "মই তোমাৰ লগত আকৌ এৰাতি থাকিম। কিন্তু মই কেতিয়াও তোমাৰ আনটো চকু খুটিয়াই নিব নোৱাৰোঁ। তেতিয়া তুমি অন্ধ হৈ পৰিবা।"

ৰাজকুমাৰে অতি বিনয়েৰে কলে "মৰমৰ কুলি, মই যি কৰিবলৈ কৈছোঁ তাকে কৰা।"

অগত্যা কুলিটোৱে ৰাজকুমাৰৰ আনটো চকু উলিয়াই লৈ আঁতৰি গল। ছোৱালীজনীৰ কাষেদি উৰি যাওঁতে সি সেইটো তাইৰ হাতত পেলাই দি গল।

"এই ডোখৰ কেনে ধুনীয়া কাচ" বুলি আনন্দত হাঁহি মাৰি তাই বাপেকৰ ওচৰলৈ দৌৰ দিলে।

তাৰ পিছত কুলিটো আকৌ ৰাজকুমাৰৰ ওচৰলৈ উভতি আহিল। "তুমি এতিয়া অন্ধ। গতিকে সদায় মই তোমাৰ লগতে থাকিম।"

ৰাজকুমাৰে আপত্তি জনালে "নহয়, ইয়াত বৰ শীত। তুমি ইজিপ্তলৈ যোৱাগৈ।"

কুলিটোৱে দৃঢ়ভাৱে কলে "মই কেতিয়াও নাযাওঁ। মই তোমাক এৰি যাব নোৱাৰোঁ। মই সদায় তোমাৰ লগতে থাকিম।" কথা শেষ কৰি সি ৰাজকুমাৰৰ ভৰিৰ ওচৰত শুই পৰিল।

পিছ দিনা দিনৰ দিনটো সি ৰাজকুমাৰৰ কান্ধত বহি থাকিল। আন আন দেশত সি কি কি দেখা পাইছে সি সেইবোৰ ৰাজকুমাৰৰ আগত বিবৰি কলে। নীল নদীৰ পাৰত দীঘল দীঘল শাৰী হৈ পৰি থকা ৰঙা চৰাইবোৰৰ, উটবোৰৰ কাষে কাষে গৈ থকা সদাগৰবোৰৰ আৰু তালগছৰ ওপৰত শুই থকা ডাঙৰ ডাঙৰ সেউজীয়া সাপবোৰৰ কথা সি এটা এটাকৈ কলে।

কুলিটোৰ কথা শুনি ৰাজকুমাৰে কলে "মোৰ মৰমৰ কুলি! তুমি মোক অতি আচৰিত কথাবোৰ শুনালা। কিন্তু মানুহৰ দুখ দুৰ্গতি ইয়াতোকৈও আচৰিত। দুখৰ নিচিনা ডাঙৰ ৰহস্য একো নাই। গতিকে এই নগৰৰ ওপৰেদি উৰি গৈ তুমি কি কি দেখিবলৈ পোৱা মোক কোৱা।"

ৰাজকুমাৰৰ কথা মতে কুলিটো সেই ডাঙৰ চহৰখনৰ ওপৰেদি উৰি গল। সি দেখিবলৈ পালে ধনীসকলে ধুনীয়া ধুনীয়া ঘৰত আনন্দ কৰি আছে; কিন্তু ভিকহুবোৰে বিমৰ্ষ মনেৰে দুৱাৰ মুখত বহি আছে। ঠেক ৰাস্তাবোৰৰ ওপৰেদি উৰি গৈ দেখিবলৈ পালে খাবলৈ নোপোৱা লৰা-ছোৱালীবোৰৰ

শুকান মুখ। আন এঠাইত এখন দলঙৰ তলত দুটা সৰু ল'ৰাই গাতে গা লগাই চেচাৰ হাত সাৰিব যত্ন কৰিছে। সিহঁতে চিঞৰি আছে। "আমাৰ বৰ ভোক লাগিছে।" কিন্তু চৌকীদাৰে ধমক দি কৈছে, "তহঁত ইযাত থাকিব নোৱাৰ।" বাধ্য হৈ ল'ৰা দুটা বৰষুণত তিতি তিতি আঁতৰি আহিছে।

কুলিটোৱে ৰাজকুমাৰৰ ওচৰলৈ উভতি আহি সকলো বিবৰি ক'লে। ৰাজকুমাৰে ক'লে "মোৰ গোটেই গাটোতে সোণৰ পাত আছে। তুমি এখন এখনকৈ এইবোৰ সোলোকাই দুখীয়াক ভগাই দিয়াগৈ, কিয়নো মানুহে জীয়াই থকা কালত ভাবে যে সোণে সিহঁতক সুখী দিব পাৰে।"

কুলিটোৱে এটাৰ পাছত এটাকৈ সোণৰ পাতবোৰ সোলোকাই লৈ গ'ল। অৱশেষত ৰাজকুমাৰ দেখিবলৈ তেনেই কদাকাৰ হৈ পৰিল। আনপিনে দুখীয়া মানুহবোৰ প্ৰফুল্লিত হৈ উঠিল। ল'ৰা-ছোৱালীবোৰে আনন্দতে ৰাস্তাৰ ওপৰত খেলিবলৈ ধৰিলে।

লাহে লাহে শীত বাঢি আহিল। বৰফ পৰিবলৈ ধৰিলে। ৰাস্তাবোৰ ৰূপ যেন বগা হ'ল। ঘৰৰ চালৰপৰা বৰফবোৰ ওলমি থাকিবলৈ ধৰিলে। সকলোৱে নোমৰ কাপোৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে। ল'ৰাবোৰে মূৰত ৰঙা টুপী লৈ বৰফৰ ওপৰত খেলিবলৈ ধৰিলে।

শীতৰ প্ৰকোপত কুলিটো দিনে দিনে দুৰ্ব্বল হৈ

আহিবলৈ ধৰিলে। তথাপি সি ৰাজকুমাৰক এৰি নগল। জুইৰ আওঠাত গা সেকি সি তাৰ চেচা শৰীৰটো গৰম কৰিবলৈ যত্ন কৰিলে।

কিন্তু অৱশেষত সি জানিলে যে সি মৰিব। কেৱল ৰাজকুমাৰৰ কান্ধলৈ উৰি যাবলৈ মাথোন এতিয়া তাৰ বল আছে। "বিদায় ৰাজকুমাৰ, তোমাৰ হাতখন আগবঢ়াই দিয়া। মই এটি চুমা খাওঁ।"

ৰাজকুমাৰে কলে, "তুমি ইজিপ্তলৈ যোৱা শুনি মই বৰ আনন্দ পাইছোঁ। তুমি ইয়াত বহু দিন থাকিলা। এতিয়া যোৱা। কিন্তু তুমি মোৰ ওঠত চুমা খাব লাগিব—মই তোমাক ভাল পাওঁ।"

নিচেই সৰু মাতেৰে কুলিটোৱে কলে "মই ইজিপ্তলৈ নাযাওঁ—যাওঁ যমৰ ঘৰলৈ। মৃত্যু নিদ্ৰাৰ ভণীয়েক নহয়নে বাৰু ?" এই বুলি সি ৰাজকুমাৰৰ ওঠত চুমা খালে আৰু তেওঁৰ ভৰিৰ ওচৰত পৰি মৰি থাকিল।

ঠিক এনে সময়তে প্ৰতিমূৰ্ত্তিটোৰ ভিতৰত এটা আচৰিত শব্দ শুনা গল। ৰাজকুমাৰৰ সীহৰ হিয়াখন ভাঙি দুখণ্ড হৈ গৈছে।

আচলতে সেইবাৰ বৰ বেছিকৈ বৰফ পৰিছিল।

পিছদিনা ৰাতিপুৱা। চহৰৰ কেইজনমান সদস্যৰ সৈতে

মেৰৰ সেই মূৰ্ত্তিটোৰ ওচৰেদি ফুৰিবলৈ গৈছিল। স্তম্ভটোৰ ওচৰ পাওঁতে তেওঁ ওপৰলৈ চালে আৰু ৰাজকুমাৰৰ প্ৰতিমূৰ্ত্তিটো কদাকাৰ হৈ যোৱাত আচৰিত হ'ল। সদস্যসকলেও তেওঁৰ কথা সমৰ্থন কৰি আচৰিত হ'ল।

মেৰৰে ক'লে "তেওঁৰ তৰোৱালৰপৰা পদ্মৰাগটো সুলকি পৰিছে। তেওঁৰ চকু দুটা নাই আৰু তেওঁৰ গাৰ ৰঙো সোণালী নহয়। আচলতে এতিয়া তেওঁ এজন মগনীয়াৰতকৈ কোনো গুণে ভাল নহয়"

"এৰা, মগনীয়াৰতকৈ কোনো গুণে ভাল নহয়।" সদস্যসকলে প্ৰতিধ্বনিত কৰিলে।

"তেওঁৰ ভৰিৰ ওচৰত এটা চৰাই পৰি মৰি আছে। আমি ঘোষণা কৰি দিব লাগিব যে চৰাইবোৰক মৰিব দিব নোৱাৰি।"

কেৰাণীজনে আগ্ৰহেৰে কথাটো টুকি ল'লে।

অৱশেষত তেওঁলোকে সুখী ৰাজকুমাৰৰ প্ৰতিমূৰ্ত্তিটো ভাঙি পেলালে। বিশ্ববিদ্যালয়ৰ সুকুমাৰ শিল্পৰ অধ্যাপকে মত প্ৰকাশ কৰিলে "যেহেতু এইটো দেখিবলৈ ধুনীয়া নহয়, সেই বাবে ই দৰ্কাৰীও নহয়।"

প্ৰতিমূৰ্ত্তিটো ইয়াৰ পিছত গলাই পেলোৱা হ'ল। গলিত পদাৰ্থৰে কি কৰা হব তাৰ সিদ্ধান্ত কৰিবলৈ মেৰৰে

এখন সভা আহ্বান কৰিলে। সভাত মেয়ৰে কলে "এইটোৰ সলনি আমি আন এটি প্ৰতিমূৰ্ত্তি সাজিব লাগিব। সেই মূৰ্ত্তিটো মেয়ৰৰেই হওক।"

সদস্যসকলৰ প্ৰত্যেকেই কলে "মোৰ নিজৰেই হওক।"

তেওঁলোকৰ মাজত কন্দল লাগিল। মই যেতিয়া তেওঁবিলাকৰ কথা শুনিছিলোঁ তেতিয়া তেওঁলোকে কাজিয়া কৰি আছিল।

এজন ওভাৰচিয়াৰে কলে "কি আচৰিত কথা যে এই সীহৰ হিয়াখন গলি নাযায়। আমি ইয়াক দলিয়াই পেলাই নিদিলে উপায় নাই।" গতিকে এজন কৰ্ম্মচাৰীয়ে তাক ধুলিৰ দ'মৰ মাজত পেলাই দিলে। তাতেই মৰা কুলিটোও পৰি আছিল। × × ×

ইয়াৰ পিছত। এদিন ভগবানে দেবদূতবিলাকক মাতি আনি কলে "এই নগৰৰ পৰা দুটা মুল্যবান বস্তু মোৰ ওচৰলৈ লৈ আহা।"

দেবদূতে সীহৰ হিয়াখন আৰু মৰা কুলিটো লৈ আহিল।

ইয়াকে দেখি ভগবানে আনন্দ মনেৰে কলে "তোমাৰ বাচনি সুন্দৰ। মোৰ স্বৰ্গৰ বাগিছাত এই সৰু চৰাইটোৱে সদায় গান গাব আৰু মোৰ সোণৰ নগৰত সুখী ৰাজকুমাৰে সদায় মোৰ গুণানুকীৰ্ত্তন কৰিব।

# বিধবা

স্থান— উত্তর গুয়াহাটী

রচনা কাল— ২২ নবেম্বর ১৯৩৭

বিধৱা। মাক জীয়েক দুয়ো বিধৱা। গতিকে হতভাগিনী। সমাজত সিহঁত লাঞ্ছিতা, ঘৰত অৱহেলিতা। সিহঁতক দেখিলে যাত্ৰা নষ্ট হয়, মাঙ্গলিক কাৰ্য্যত সিহঁতৰ উপস্থিতিয়ে অমঙ্গল ঘটায়। তথাপি সিহঁতে সমাজকে ভাল পায়, সকলোৰে লগত মিলিবলৈ চায়। হলাহলপূৰ্ণ জীৱনৰ মাজতো অমৃত আশা কৰি সিহঁতে ভাই ভনীৰ লগত কথা কৈ মনৰ বিমৰ্ষতা দূৰ কৰিবলৈ বিচাৰে। কিন্তু সিহঁতে কেৱল বিচাৰেহে, অমৃতৰ আস্বাদ কেতিয়াও লাভ কৰিব নোৱাৰে। আঁতৰৰপৰা যিহকে মাণিক বুলি ভাবি সিহঁতে তাৰ ওচৰলৈ উদ্‌বাউল হৈ লৰি যায়, ওচৰলৈ গৈ দেখে সিটো মাণিক নহয়, এডোখৰ ৰঙচুৱা শিল,—বজ্ৰতকৈও টান। হতাশ হমুনিয়াহেৰে অন্তৰ ভাৰ কৰি আকৌ সিহঁত পঁজালৈ উভতি যায়। সেই একে ধৰণৰে জীৰ্ণ শীৰ্ণ পঁজা। তাত নবাব খেমালি নাই, প্ৰিয় জনৰ সাদৰ সম্ভাষণ নাই—আছে ঘৰৰ প্ৰত্যেক গাঁথিয়ে গাঁথিয়ে গথা বেদনাৰ স্মৃতি, অতীতৰ সুখৰ কাহিনী।

মাকৰ একেটি বিধৱা জীয়েক প্ৰবীণা, সকলৰে পৰা নানান দুখকো দুখ বুলি, শত বিপদ বিঘিনিকো ভৰিৰে ঠেলি

মাকে তাইক ডাঙৰ দীঘল কৰিছিল আশাপাশত বন্দী হৈ যে প্ৰমীলাক বিয়া দি তাইৰ সন্তানৰ মুখলৈকে চায়েই বুঢ়ীয়ে সান্ত্বনা লভিব। এনে আশা কৰিয়েই কৰ্ম্মঠ দবাৰ হাতত প্ৰমীলাক অৰ্পণ কৰিছিল। কিন্তু বিধিয়ে তাইৰ আশাপথত বাট ভেটাদি ধৰিলেহি—তাইৰ সকলো সোণৰ কল্পনা চূৰ্ণ বিচূৰ্ণ হৈ ভাঁগি গল। প্ৰমীলাৰ শান্তি বিয়া নৌ-হওঁতেই লোকোপবাদ প্ৰবল হৈ উঠিল—মাক ব্যভিচাৰিণী, জীয়েক চঞ্চলা। প্ৰমীলাহঁতৰ ঘৰখন সকলোৰে চকুত হেয় হৈ পৰিল। তেতিয়াৰে পৰা প্ৰমীলাৰ গিৰীয়েকো সিহঁতৰ ঘৰলৈ অহা নাই, বোধ হয় এই লোকোপবাদকেই ভয় কৰি। অভাৱ অনাটনে মানুহক নিজৰ ঠাইৰপৰা দূৰ দেশলৈ টানি নিয়ে। প্ৰমীলাৰ গিৰীয়েককো এই অভাৱেই নিজৰ ঠাইৰপৰা দূৰলৈ টানি নিছিল। সেয়ে নোহোৱাহেঁতেন বুদ্ধিমতী মাকৰ যত্নই প্ৰমীলা আৰু গিৰীয়েকৰ মিলন সম্ভৱ কৰি তুলিব পাৰিলেহেঁতেন। কিন্তু প্ৰায় দুবছৰ অন্তত যেতিয়া খবৰ আহিল যে বিদেশতেই প্ৰমীলাৰ গিৰীয়েক ধুকাইছে তেতিয়া মাকে চতুৰ্দ্দিক অন্ধকাৰ দেখিলে। ঘৰত কান্দোনৰ ৰোল বাঢ়ি উঠিল। কান্দি কান্দিয়েই মাকে জীয়েকৰ কপালৰ সেন্দুৰৰ ফোট মচি দিলে আৰু ভিতিৰপৰা যি সামান্য অলঙ্কাৰ আছিল সোলোকাই পেলাই দিলে। প্ৰমীলা তেতিয়া বুজা হৈছে। তায়ো হিয়া ধাকুৰি কান্দিলে; কিন্তু গাৱঁৰ কেৱে সান্ত্বনা দিবলৈ নাহিল। মাখোন কোনোবা এজনে বাটেদি যাওঁতে নিজকে নিজে কৈ

গল "পাপৰ জলন্ত প্ৰতিফল।"

সিদিনাই সিহঁতে ভালকৈ বুজিলে যে নিঃস্ব আৰু ঐশ্বৰ্য্যহীন হলে মানুহ সান্ত্বনা, সহানুভূতিৰপৰাও বঞ্চিত হয়। বিদ্ৰূপৰ বাক্যবান সিহঁতৰ প্ৰতি নতুন নহয়। মানুহৰ তিৰস্কাৰ আৰু গঞ্জনা শুনিবলৈকেই সিহঁতৰ জীৱন, কাৰণ সিহঁত বিধবা। সিহঁতে নিজে অৰ্জ্জা পাপৰ ফল নিজে ভোগ কৰিছে। আনে তাৰ ভাগ লবলৈকে আহিবই বা কিয়?

প্ৰমীলা আৰু মাক দুয়োৰেই বুজে যে সিহঁতৰ ভাগ্যত দুখ লিখা আছে। কিন্তু ভাগ্যৰ লিখনতেই সকলো-বোৰ হৈ উঠিলে ইহ জন্মৰ কাৰ্য্য-কলাপৰ অৰ্থ কি তাক বুজিবলৈ সিহঁতে টান পায়। সেই বাবে কেতিয়াবা কেতিয়াবা সিহঁতৰ মন বিদ্ৰোহী হৈ উঠে। তেতিয়া সিহঁতে ভাবে তাহাঁতৰ দুখ-দুৰ্গতিৰ মূল কাৰণ ভাগ্য নহয়, সমাজহে। সমাজৰ বিপক্ষে উঠিবলৈ সিহঁত জপিয়াই উঠে, কিন্তু সিহঁতৰ মুখৰ কথা কেইটিয়ে প্ৰবল সমাজৰ ভাবধাৰাৰ গতিত আনকি বালিতেটো স্বৰূপেও থিয় দিব নোৱাৰে। আগৰ স্থিতিশীল সমাজ গতিশীল হওক দূৰৰ কথা সি বেন আকৌ বেছিকৈ স্থিতিশীল হৈহে পৰে। সমাজৰ শক্তি ইমান প্ৰবল আৰু সিহঁতৰ শক্তি ইমান ক্ষুদ্ৰ যে সিহঁতৰ বিদ্ৰোহী মনে সমাজৰ স্থিতিশীল ৰীতিকেই শুদ্ধ আৰু সত্য বুলি অৱশেষত মানি লবলৈ বাধ্য হয়।

কথাই কথাই সিহঁতে গম পায় সিহঁত হতভাগিনী, পাপিনী। সেই বাবে জীৱনৰ প্ৰতি সিহঁতৰ বিশেষ প্ৰীতি নাই। সিহঁতে নিজৰ শৰীৰৰ অলপো তদাৰক নলয় আৰু পাৰিলে সোনকালে সংসাৰৰপৰা আঁতৰিব খোজে। সিহঁতৰ অসুখ বিসুখ হলে তদাৰক লবলৈ কেৱে নাই। বেমাৰ-আজাৰতো নিজৰ ইচ্ছামতেই সিহঁতে চলে। তথাপি সিহঁত ৰোগ মুক্ত হয়, তথাপি সিহঁত জীয়াই থাকে।

মাক জীয়েক ছুয়োৰেই তাঁত বয়, বেঙেনা, জলকীয়া আদি ৰোৱে আৰু কেতিয়াবা দিনত এসাজ, কেতিয়াবা ছুদিনৰ মূৰত এসাজ, কেতিয়াবা আকৌ তিনদিনৰ মূৰত এসাজ খাই জীৱন যাপন কৰে। সিহঁত কাৰো ঘৰলৈ খুজিবলৈ নাযায়—নিজেই পৰিশ্ৰম কৰি যি উপাৰ্জ্জন কৰে তাৰেই অতি কষ্টেৰে চলে। সিহঁতৰ উপাৰ্জ্জন তেনেই কম আৰু সেই হিচাবে খৰচো কম। সেই বাবে সিহঁতে চলিব পাৰে, অৱশ্যে অতি কষ্টেৰে। মানুহে দেখে মাক জীয়েক ছুয়ো বিধবা কিন্তু ছুয়োৰেই কাৰোপৰা সহায় আশা নকৰে। গতিকে সিহঁতৰ মনত প্ৰশ্ন উঠে—ইহঁতে টকা পায় ক'ত? মানুহৰ মাজত আলোচনা হয় "সঁচাকৈ ইহঁতে টকা পায় ক'ত—খায় কেনেকৈ?" নানান জনে নানান কথা কয়। কেৱে কেৱে মত প্ৰকাশ কৰে "সিহঁতৰ খৰচ কম।" আন কিছুমানে কয় "বিধবা মানুহ, খুদকন যি পায় তাৰেই কোনোমতে লে।" আকৌ আন কিছুমানে কয় "তিৰোতাৰ ক'ত

মৰণ আছে দেউ।"

সকলোবোৰ আলোচনা প্ৰমীলাহঁতে শুনে, শুনিবৰো সুযোগ নাই। কিন্তু দিন পলম হোৱাৰ লগে লগে লাহে লাহে ইয়াৰ সবহ ভাগ সিহঁতৰ কাণত পৰেগৈ। এইবোৰ শুনিলে সিহঁতে দুখ কৰে, চকুপানী টোকে। সিহঁতৰ ওচৰত থকা মানুহবোৰে ভাবে এনেবোৰ কথাকটা অমঙ্গল চিন। সেই বাবে কেৰে কেৰে প্ৰমীলাহঁতক সাৱধান কৰি দিয়ে সিহঁতে যেন চুবুৰীয়াৰ অমঙ্গল মাতি নানে। অন্তৰ উপচি পৰা গভীৰ বেদনা উপশম কৰিবলৈকো সিহঁতৰ স্বাধীনতা নাই—অথচ সকলোৱে কয় মানুহ সমান।

সিহঁতৰ সকলোতে বাধা, ঘৰত কাম-কাজ কৰাত বাধা, বাহিৰলৈ ওলাই অহাত বাধা, আনকি চকুপানী টোকাটো বাধা। এনেবোৰ বাধাৰ মাজেদিও সিহঁত চলে। সিহঁতে কাৰো অনিষ্ট নকৰে, কাৰো ওচৰত হাত নাপাতে, তথাপি মানুহে ভাবে সিহঁত সংসাৰৰ আবৰ্জনা আৰু সিহঁত সংসাৰৰপৰা আঁতৰি গলেহে আনৰ মঙ্গল।

বছৰৰ পাছত বছৰ যায়। প্ৰমীলাৰ মাকৰ মূৰৰ ক'লা কেকোৰা চুলিবিলাক দুডাল এডালকৈ লাহে লাহে বগা হৈ আহে, গাৰ চালবিলাকো সোতোৰা সোতোৰ পৰিবলৈ ধৰে। বাহ বুঢ়াকালে আহি মাকৰ মুখৰ কমনীয় কান্তি তিল তিলকৈ চুৰ কৰি কৰি লৈ যায়। প্ৰমীলাই সকলো

দেখে, তালকৈ লক্ষ্য কৰে—তাইৰ যৌৱন ভৰা ধুনীয়া অথচ নিষ্প্ৰভ মুখত বিষাদৰ ৰেখা স্পষ্ট হৈ উঠে। কেতিয়াবা তাই ভাবে যে মাক সোনকালে তাইৰ ওচৰৰপৰা আঁতৰি যাব। মাকেও ভাবে প্ৰমীলাক এই শত্ৰুৰ মাজত অকলৈ এৰি তাই গুচি যাব লাগিব। দুয়ো মনতে দুখ পায় কিন্তু কেৱে কাকো কথাটো ব্যক্ত নকৰে। মাক যিমানেই বুঢ়ী হৈ আহে সিমানেই প্ৰমীলাৰ কাৰণে তাইৰ চিন্তা বাঢ়ি যায়। ইমান শত্ৰুৰ মাজত প্ৰমীলা অকলে থাকিব কেনেকৈ? আগেয়ে তাই ভাবিছিল মৃত্যুই তাইক সকলো সুখ-শান্তি দিব কিন্তু বুঢ়ী হৈ অহাৰ লগেই লগেই প্ৰমীলাৰ স্নেহে তাইক সংসাৰৰ মাজলৈ বলেৰে টানিবলৈ ধৰিলে। তথাপি তাইৰ ইচ্ছামতে কাম নহল। মাজে মাজে হৈ থকা ন ন অসুখে তাইক আগ বঢ়াই দি গল যে সোনকালে তাই সংসাৰৰপৰা আঁতৰিব লাগিব।

প্ৰমীলা চিন্তাত পৰিল। ভবিষ্যতলৈ মুৰ তুলি চাই তাই দেখিলে গভীৰ অন্ধকাৰ। সহায় সম্পদ বিহীনা বিধবা তাই। তাই ভাবি নাপালে কি উপায়ে তাইৰ সুখ-দুখৰ একমাত্ৰ সংগী মাকক মৃত্যুৰ কৰাল গ্ৰাসৰপৰা ৰক্ষা কৰিব পাৰিব। তাইক বিপদত সহায় কৰা মানুহ নাই। দুই চাৰিজন দূৰ সম্পৰ্কৰ মিতিৰ থাকিলেও তেওঁলোকে সিহঁতৰ পিনে পিঠি দিছে। এনে স্থলত প্ৰমীলাই আশাৰ কাৰণ নেদেখিলে।

প্ৰমীলাই কেইবাদিনো ভাবিলে। যুৱকসকলৰ চকুৰ আৰে আৰে সিহঁতৰ ঘৰলৈ যোৱা ডেকা কেইজনৰপৰা বিশেষ সহায় হব বুলি তাই ভাবিব নোৱাৰিলে। সেই বাবে অৱশেষত তাই যোগেনৰ ওচৰ চাপিলেগৈ। যোগেন উৎসাহী ডেকা, সেই গাৱঁতে থাকে—উদ্দেশ্য গাওঁ সংগঠন কৰা। আনৰ দুখত দুখী হোৱা যোগেনৰ স্বভাৱজ গুণ। প্ৰমীলাক তেওঁ চিনি পায়। সেই বাবে তেওঁ প্ৰমীলাক আশা দিলে তেওঁৰ শক্তিৰে যি পাৰে তেওঁ তাইক বিপদত সহায় কৰিব। প্ৰমীলাৰ হতাশ প্ৰাণত আশাৰ সঞ্চাৰ হল। তাই ভাবিলে যে মাক দুনাই ৰোগমুক্ত হব। যোগেনৰ সহায়ত মাকৰ পৰিপাটি চিকিৎসা চলিল। দিনৌ যোগেনে ওচৰৰ ডাক্তৰ-খানাৰপৰা ঔষধ আনি দিয়ে, প্ৰমীলাই খুৱাই আৰু ভাবে মাক ভাল হৈ উঠিব। এদিন, দুদিন, তিনদিন পাৰ হল। বেমাৰ আগতকৈ বাঢ়িহে আহিল। প্ৰমীলাহঁতে বেছিকৈ ভাবক ললে কিন্তু নিয়তিয়ে বিদ্ৰূপৰ হাঁহি মাৰিলে— বেমাৰ নকমিল।

পাঁচদিন পিছত প্ৰমীলাৰ মাকৰ জ্বৰ বেছিকৈ উঠিল। ৰাতি পুৱাতেই হাতত বোটল লৈ যোগেন বেগা-বেগিকৈ ওলাইছে। বাটতে তেওঁ লগ পালে সেই গাৱঁৰে ধনীস্বৰূপ বুঢ়া মণ্ডলক। তেওঁ এচিলিম ধঁপাত লগাই মাজে মাজে হোকাত দুটা এটা টান মাৰি ধুৱা দুৰি কৰি আছে।

যোগেন ৰৰ বেগাই যোৱা দেখি মণ্ডলে আচৰিত হৈ সুধিলে "কিহে যোগেন বাপা, ইমান দৌৰাদৌৰিকৈ ওলাইছা কলৈ?"

যোগেনে উত্তৰ দিলে "প্ৰমীলাৰ মাকৰ টান জ্বৰ। সিহঁতক কোনে সহায় নকৰে। সেই বাবে ময়েই ঔষধ আনো বুলি ওলাইছোঁ। বেচেৰীহঁতৰ বৰ কষ্ট হৈছে। আপুনি যাবচোন এবাৰ।"

হোকাটোত কেইটামান হোপা মৰাৰ অন্তত মণ্ডলে কৈ উঠিল "সিহঁতক ঔষধ খুৱাই কি কৰিবাহে? বিধবাক জীয়াই ৰাখি লাভ কি? সিহঁত মৰিলেইতো মঙ্গল।"

বুঢ়া মণ্ডলৰ কথাত যোগেন বৰ আচৰিত হল। তেওঁ খঙেৰে কৈ উঠিল "বিধবা হলেও সিহঁত মানুহ। মানুহৰ আপদ-বিপদত মানুহে সহায় কৰা কৰ্ত্তব্য। নকৰিলে তাকো মানুহ বুলিব নোৱাৰি।"

মণ্ডলে নেনিয়াই কৈ পেলালে "এঃ থোৱাহে তোমাৰ আদৰ্শ। আমাৰ সকলো বুজা আছে। তোমালোক সমাজদ্ৰোহী, দেশদ্ৰোহী। তোমালোকৰ কথা মতে সকলো চলিব লাগিলে দেশ তললৈ যাব।"

খঙতে মণ্ডল ৰঙমুৱা হল। যোগেনেও নিজৰ গন্তব্য পথত আগ বাঢ়িলে।

ঘৰত গৈ মণ্ডলে তেওঁৰ বন্ধু দুই চাৰিজনৰ আগত

কথাটো আলোচনা কৰিলে। সকলোৱে একবাক্যে কৈ উঠিল "যোগেনৰ মতলব ঠিক নহয়। গুচিল, সকলোৰে গুচিল। সমাজ গল—ধৰ্ম্ম পলাই ফাট মাৰিলে।"

সকলোৱে স্থিৰ কৰিলে যোগেনক এটা শিক্ষা দিব লাগে—তাক গাৱঁৰপৰা আঁতৰাব লাগে। দিনে দিনে প্ৰমীলাৰ মাকৰো জ্বৰ বাঢ়ি আহিবলৈ ধৰিলে। গাৱঁৰ সকলো মানুহেই তাইৰ খবৰকে নকৰিলে। যাওক সমাজৰ আবৰ্জ্জনা বিমান সোনকালে আঁতৰি যায় সিমানেই মঙ্গল।

গাৱঁৰ মানুহে আলোচনা কৰে প্ৰমীলাই নতুন সঙ্গী পাইছে, মূৰ্খ যোগেনক প্ৰীতিদানৰ ছলেৰে মুগ্ধ কৰি পেলাইছে। প্ৰমীলাৰ ঘৰত। ৰুগ্ন মাকৰ বিছনাৰ কাষত বহি তাইৰ শেতা মুখলৈ চাই প্ৰমীলাই হিয়া ধাকুৰি কান্দিছে। প্ৰমীলাৰ মনত শান্তি নাই, বিশ্ৰাম নাই। অহো পুৰুষাৰ্থ কৰিছে তাই মাকৰ জীৱন ফিৰাই আনিবলৈ কিন্তু তথাপি বাহিৰত আনে কয় তাই নতুন জীৱনত ব্ৰতী হবলৈ বিচাৰিছে। প্ৰমীলাই এইবোৰ নাজানে। জনা হলেও তাইৰ এইবোৰলৈ কৰ্ণপাত কৰিবৰ সময় নাই।

যোগেন আজি দুদিন প্ৰমীলাহঁতৰ ঘৰতেই আছে— মাকৰ টান, যাওঁ যাওঁ অৱস্থা। প্ৰমীলা হতাশ হৈছে, যোগেন ভাগৰি গৈছে। তথাপি শেষ মুহূৰ্ত্তলৈ মানুহে আশাৰ হাত সাৰিব নোৱাৰে। সেই বাবে হতাশৰ মাজেদিও প্ৰমীলাই

আশা জিলিকনি বিচাৰি নতুন উদ্যমেৰে মাকৰ শুশ্ৰূষা কৰিছে ।

আকৌ তিনদিন পাৰ হৈ গল। চতুৰ্থ দিনা মণ্ডলৰ ঘৰত ধুম্ ধাম—বৰ পুতেক খগেন্দ্ৰৰ জন্মদিন। খগেন্দ্ৰই স্কুলত মাষ্টৰি কাম কৰে, এই উৎসৱ উপলক্ষে নগৰৰপৰা ঘৰলৈ আহিছে। গাৱঁৰ মানুহবিলাকৰ মাজত সিদিনা উথল-মাথল লাগি পৰিছে। সন্ধ্যা মণ্ডলৰ চ'ৰাঘৰৰ সমুখত সভা হব। অগ্নিশালাৰ নামজ্বলা ঢুলীযাই ভাও দিব। আঁউসীৰ অন্ধকাৰ ৰাতি। সন্ধিয়াৰ লগে লগে ঘন অন্ধকাৰে পৃথিবী আগুৰি পেলাইছে। কিন্তু মণ্ডলৰ সভা-মণ্ডপ তেতিয়াও দিনৰ দৰে পোহৰ হৈ আছে। লৰা-ছোৱালীবোৰৰ আনন্দৰ সীমা নাই। সিহঁতে মাজে মাজে কিৰিলি পাৰি উঠিছে। বুঢ়া মণ্ডলো সিদিনা আনন্দত মতলীয়া লৰাবোৰৰ মাজতে বহি তেৰোঁ ঢুলীয়াৰ ভাও চাবলৈ ধৰিছে।

প্ৰমীলাৰ মাকৰ অৱস্থা সিদিনা সঙ্কটজনক। বেলি এপৰমান হোৱাৰেপৰা সিদিনা যোগেন আৰু প্ৰমীলা দুয়ো দুই কাষত বহি অপেক্ষা কৰিছে বেমাৰীৰ অন্তিম সময়। মাজে মাজে প্ৰমীলাই হুৰাওৱাৰে কান্দি উঠে। অজ্ঞান হৈ পৰি থকা মাকে কষ্টেৰে চকু মেলি চায়, কিবা কবলৈকো ইচ্ছা কৰে কিন্তু সি ফুটি নোলায়। আপোনা আপুনিয়ে মাকৰ দুয়ো চকুৰেদি পানী বৈ পৰে। প্ৰমীলাই আকৌ

কান্দে। যোগেনে বাধা দিয়ে "নাকান্দিবা, বিপদত ধৈৰ্য্য ধৰা। মৃতকৰ ওচৰত কান্দিলে আত্মাই দুখ পায়।" তথাপি প্ৰমীলাই কান্দে। তাইৰ কান্দোনৰ ধ্বনি সেই সৰু পঁজাটি ভেদি বিৰাট আকাশত অসংখ্য চৌৰ সৃষ্টি কৰি তাতেই লয় পায়। ই কাৰো কাণত নোসোমায়গৈ। কাৰবাৰ সোমালেও সি তাক আওকাণ কৰে—কাৰণ সিদিনা আনন্দৰ দিন।

দুপৰ পাৰ হল। আবেলি যোগেন আৰু প্ৰমীলাই কোনোমতে চোচৰাই মাকৰ প্ৰাণহীন দেহ ঘৰৰপৰা বাহিৰলৈ আনিলে। প্ৰমীলাই হুৰাওবাৰে কান্দিলে কিন্তু বাহিৰত একো পৰিবৰ্ত্তন পৰিলক্ষিত নহল। সেই নিৰ্ম্মল আকাশ, সেই নিশ্চল বৃক্ষৰাশি, সেই নিশ্চল পৃথিৱী—আকাশত বিজুলী নাই, পৃথিৱীত ভুমিকম্পৰ জোকাৰণি নাই। সন্ধ্যা পাৰ হল। গাৱঁৰ সকলো মানুহ সভা-মণ্ডপত ঢলি পৰিছে। ঢুলীয়াৰ ভাওৰ মাজে মাজে হাত চাপৰি আৰু হাঁহিৰ বোল শুনা গৈছে। কেতিয়াবা কেতিয়াবা কান্দোনৰ এটি আধাকুটা শব্দ অতি ক্ষীণ ভাবে প্ৰতিধ্বনিত হৈ দৰ্শকসকলৰ কাণত সোমাইছেগৈ। অজানিত আতঙ্কত কাৰো কাৰো বুকু কঁপি উঠিছে। লাহে লাহে সেই ক্ষীণ কান্দোনৰ ধ্বনি স্পষ্টকৈ শুনা গল। দৰ্শকসকলৰ সৰহ ভাগৰে মুখত বিৰক্তিৰ ভাব স্পষ্ট হৈ উঠিল। কান্দোনৰ শব্দ আকৌ ওচৰতে শুনা গল। সৰহ ভাগৰে গা কঁপি উঠিল। কিছুমানে মুৰ তুলি চাই দেখিবলৈ পালে পশ্চিম আকাশত ডাঠ মেঘ উঠিছে, বিজুলী

মাৰিছে। অলপ পিছতেই আকাশত এটি ভয়ঙ্কৰ শব্দ শুনা গল। কেৰে কেৰে চিঞৰি উঠিল "বজ্রপাত।" দৰ্শকবৃন্দই এই ভয়ৰপৰা মুক্ত হওঁ-নৌহওঁতেই প্ৰমীলা আৰু যোগেনে আনি সেই সভা-মণ্ডপৰ ওচৰতে মাকৰ শটো থলে—সিহঁতে কঢ়িয়াই নিবলৈ অসমৰ্থ। সকলোৱে আচৰিত হৈ "ৰাম হৰি" উচ্চাৰণ কৰিবলৈ ধৰিলে। এনেয়ে মৰা শ তাতে আকৌ ব্যভিচাৰিণী! সকলো নষ্ট হল—আনন্দত বিষাদ, পাপীষ্ঠাই আজিহে মৰিবৰ সময় পালেনে? অনেকে যোগেন আৰু প্ৰমীলাক অকথ্য কথাৰে গালি পাৰিবলৈ ধৰিলে। বুঢ়া মণ্ডলে লাঠী লৈ যোগেনক কোবাবলৈ খেদি আহিল। দৰ্শকবোৰৰ সৰহ ভাগ ভয়তে, আন কিছুমানে ঘৃণাতে সেই ঠাই পৰিত্যাগ কৰিলে। অলপ আগতে আনন্দত মূৰ্ত্ত হৈ থকা সভা-মণ্ডপত এটি বিষাদৰ প্ৰেতমূৰ্ত্তিয়ে নাচিবলৈ ধৰিলে। প্ৰমীলাই কান্দি কান্দি সকলো তিৰস্কাৰকে মূৰ পাতি লৈছে। যোগেনেও মাতিবৰ একো সুবিধা পোৱা নাই, অপৰাধীৰ দৰে শটোৰ কাষতেই থিয় হৈ আছে। চাওঁতে চাওঁতে ডাঠ ক'লা মেঘে আকাশ চানি পেলালে। আকৌ আগৰ দৰে ভীষণ শব্দ শুনা গল। সকলোৰে চমক ভাঙিল। প্ৰমীলা আৰু যোগেনে আকৌ শটো তুলি ললে কিন্তু প্ৰমীলাই নোৱাৰে, তাইৰ শক্তি নাই। অলপ দূৰ গৈয়েই তাই আকৌ থবৰ বাধ্য হল। নানান তিৰস্কাৰ কৰি মণ্ডল খেদি আহিল। ঠিক এনে সময়তে ভিতৰৰপৰা খগেন্দ্ৰ

ওলাই আহিল। তেওঁ যোগেনৰৈসেতে শটো কান্ধত তুলি ললে আৰু শ্মশানৰ পিনে খোজ ললে। প্ৰমীলা পাছে পাছে গল।

মণ্ডলৰ চকুত সকলো ছাঁয়াবাজী যেন লাগিল। তেওঁ শিলৰ মূৰ্ত্তিৰ দৰে একেথৰে চাই থাকিল। পুতেকক বাধা দিবলৈ তেওঁৰ সাহ নহল, সময়ো নহল। অন্ধকাৰ আকৌ গাঢ় হৈ উঠিল। প্ৰকৃতিয়ে ৰুদ্ৰ ৰূপ ধাৰণ কৰিলে। অলপ সময় মণ্ডলে ছটফটাই ইফাল সিফাল কৰি ফুৰিছে। পুতেকৰ চিন্তাই তেওঁৰ অন্তৰ দহিব ধৰিছে। এনে হেন ৰাতি, হিংস্ৰ জন্তুও বাহিৰত থাকিব পৰা নাই। তাতে আন্ধাৰত দিখিদিক হেৰুৱাই পুতেক ওলাই গল শ্মশানলৈ। তেওঁ কি কৰিব স্থিৰ কৰিব পৰা নাই। অৱশেষত হাতত লাঠীডাল আৰু লেমটো লৈ তেওঁ ওলাই আহিল। তেওঁৰ অনিচ্ছুক ভৰি দুখনে তেওঁক বলেৰে শ্মশানৰ পিনে টানি লৈ গল। শ্মশান পাই দেখে সিহঁতে গাতত মাটি দিব ধৰিছে। এখোজ দুখোজকৈ মণ্ডল আগ বাঢ়ি গল আৰু মন্ত্ৰমুগ্ধৰ দৰে এচপৰা মাটি গাতত পেলাই দিলে। প্ৰমীলাই মণ্ডলৰ সকলো তিৰস্কাৰ পাহৰি গল। তাই মণ্ডলৰ ভৰি দুখনত ধৰি কৈ উঠিল

" আপুনি মোৰ ধৰ্ম্ম পিতা।"

---

# অঘোৰী ৰতনী

স্থান—     যোৰহাট

ৰচনা কাল—     ৪ জানুৱাৰী ১৯৪১

মানবৰ উপহাস, প্ৰকৃতিৰ ধ্বংসকাৰী শক্তিকো উপেক্ষা কৰি ৰতনী জীয়াই থাকে। স্বাৰ্থপৰ তাই। তাই ভাল পায় অভাব অনাটনেৰে নিপীড়িত, জৰ্জ্জৰিত শৰীৰটোৰ ভিতৰত লুকাই থকা " মই " তোক। ইয়াক জীয়াই ৰখাটোৱেই তাইৰ সমস্যা, তাইৰ আনন্দ। বাহিৰৰ শৰীৰটোৰ প্ৰতি তাইৰ অকণো মায়া নাই। এডুখৰি ফটাছিটা মলিয়ন কাপোৰেৰে পুহমহীয়া নিশাটোও তাই গছৰ তলত কটাই দিয়ে। তাইৰ মূৰৰ চুলি বোৰ কুৰ্‌ কুটা আৰু খিয়, গাৰ ছাল অলপ সোতোৰা সোতোৰ, আৰু শৰীৰৰ ওপৰত নিৰ্য্যাতন-সহিষ্ণুতাৰ স্পষ্ট লক্ষণ।

অবহেলিত শৰীৰৰ ভিতৰত লুকাই থকা প্ৰাণটোৰ মাযাত তাই ভিক্ষাৰিণী। তাই মানুহৰ ঘৰে ঘৰে মাগি ফুৰে— কেতিয়াবা এমুঠি খুদকন পায়, কেতিয়াবা নাপায়। কেৱে কেৱে তাইক ধমক দিয়ে পুনাই মাগিবলৈ বাধা কৰে। তথাপি ৰতনী মাগিবলৈ যায়। নিজৰ জীৱনৰ মায়াৰ তুলনাত আনৰ উপহাস, অবহেলা আদি নিকৃষ্ট। ব্যৰ্থতাই তাইক হতাশ কৰিব নোৱাৰে কাৰণ তাইক খাবলৈ, পাবলৈ লাগে। আনে খাবলৈ দিলে তাইৰ মনত অপাৰ আনন্দ। এই আনন্দ লভিব-

নৈকেই যেন তাইৰ জীৱন, এয়েই তাইৰ বাসনা, এয়েই ভোগ।

ৰতনীৰ ঘৰ নাই। পুহমহীয়া জাৰত ঠেৰেঙা লাগি গছ্-পাতবোৰ মূছকছ গৈছে। প্ৰকৃতিৰ নিদাৰুণ ৰূপত চৰাই-চিৰিকিতি সকলোৱে বিমৰ্ষ, উদ্যমহীন কিন্তু ৰতনী? এডোখৰ কাপোৰকে গাত মেৰাই তাই আগৰ নিচিনাকৈয়ে দিনবোৰ কটাই দিছে। তাইৰ মুখত বেজাৰৰ ভাববোৰ ফুটি উঠা নাই, ওঁঠটো আপোনা আপুনিয়ে থক্‌থক্‌কৈ কঁপি উঠিলেও তাই বিধাতাক দোষ দিয়া নাই। তাই নিবিচাৰে ৰম্য প্ৰাসাদ, বিলাসৰ মন ভুলোৱা সামগ্ৰী। মুক্ত আকাশ আৰু মুক্ত বতাহত তাইৰ প্ৰতি মাদকতা আছে। জাৰে জহে তাই গছৰ তলতে থাকে। আন ঠাইলৈ যাবলৈ তাইৰ ইচ্ছা নাই। এটা অহৈতুকী প্ৰীতিয়ে তাইৰ গছ্‌জোপাৰ প্ৰতি আসক্তি বঢ়াই তুলিছে। গছৰ খোৰোঙ আৰু তলৰ নিগনি, ভেকুলী আদিও তাইৰ পৰিচিত, আপোন। এইবোৰৰ মাজত থাকিয়েই তাইৰ মনত সুখ আৰু আনন্দ।

গুৱাহাটী নগৰত ৰতনীক সকলোৱে জানে। বহুতে ভাবে তাই পাগলী। নগৰত এনে এঘৰ মানুহ নাই যাৰ ঘৰলৈ এই পাগলীয়ে এবাৰ মাগিবলৈ যোৱা নাই। সৰু লৰা-ছোৱালীবোৰে ৰতনীক দেখিলে, "পাগলী, পাগলী" বুলি চিঞৰি খলক লগায়। কেৱে কেৱে তাইৰ গালৈ শিলগুটি দলিয়ায়। ৰতনীয়ে মুখেৰে একো নামাতে। লৰা-ছোৱালীৰ

নানান উপদ্ৰৱ সহ্য কৰিও তাই মাগিবলৈ যায়। ই তাইৰ অভ্যাস, জীৱন ধাৰণৰ একমাত্ৰ উপায়।

কেৰে কেৰে তাইক সোধে "তই কাম নকৰ কিয় ?" ৰতনীয়ে মুখেৰে নামাতে।

আন কেৰে তাইক ধমক্ দি কয়, "পাগলীক উলিয়াই দে। ইহঁতেই দেশৰ সৰ্ব্বনাশ কৰিছে।"

ৰতনীয়ে গঞ্জনা, তিৰস্কাৰ নীৰবে মূৰত লৈ হতাশ মনেৰে ঘৰৰপৰা ওলাই আহে। দুদিন পিছত আকৌ সেই ঠাইলৈকেই তাই মাগিবলৈ যায়।

মাগি ফুৰা তাইৰ অভ্যাস। ৰাতি পুৱাতেই গছৰ তলৰপৰা ওলাই আহি ঘৰে ঘৰে নুফুৰিলে তাইৰ মনলৈ শান্তি নাহে। পাওক, নাপাওক, খাওক নাখাওক তাইৰ এই কৰ্ত্তব্য গতানুগতিকভাৱে পালিত হবই লাগিব। এয়েই তাইৰ কাম, তাইৰ চিন্তা, ভাবনা—সকলো।

সিদিনা দেওবাৰ। বাটে বাটে অনাই বনাই ফুৰি ফুৰোঁতে ৰতনীয়ে দেখিবলৈ পালে হাকিমৰ দুৱাৰ মুখত কেবাখনো মোটৰ গাড়ী। ৰতনীৰ মন আনন্দত উপচি পৰিল। নিশ্চয় হাকিমৰ ঘৰত সকাম। নাহে নাহে তাই সেই পিনে খোজ ললে। ৰতনীৰ অনুমান ঠিক। নিমন্ত্ৰিত ভদ্ৰলোকেৰে হাকিমৰ ঘৰ ভৰি পৰিছে সকলোকে মাজত

উখল মাখল, ব্যস্ততাৰ চিন। চোতালৰ এচুকত ৰতনী মনে মনে বহি থাকিল। মানুহ আহি আছে গৈ আছে কিন্তু কেৱে ৰতনীৰ পিনে চকু ফিৰাই চোৱা নাই। অৱশেষত তাই থিয় দি আগবাঢ়ি গল। আঁতৰৰপৰা এজনে চিঞৰি উঠিল "এ-এ-ই যা-যা—আঁতৰি যা। কণ্ডালী বিদায় কাইলৈ।"

ৰতনী একে ঠাইতেই থিয় হৈ থাকিল। দুজনমান ভদ্ৰলোকে তাইক দেখিবলৈ পাই নাক কোচালে আৰু সযত্নে ৰক্ষিত ৰুমাল জেপৰপৰা উলিয়াই মুখত সোপা দি কলে "যা—যা—যা।"

সেৱা জনাই ৰতনীয়ে মাত লগালে "দেউতা, ভোক লাগিছে। দিনটো খোৱা নাই।"

হাকিম গৰ্জ্জি উঠিল "যা—বাহিৰ হ—ভাগ।"

ৰতনীৰ আগৰে থিয় চুলিবোৰ যেন ভয়তে বেছিকৈ থিয় দিলে। কেই খোজমান পিছুৱাই তাই আঁতৰৰ চুকটোত বহিল গৈ।

হাকিমে হুকুম শুনাই দিলে, "মনাই, যা এই পাগলীক বাহিৰ কৰি দে।"

মনাই আগ বাঢ়িল। ৰতনীয়ে কলে "দিনটো খোৱা নাই। খাবলৈ দিয়া।"

হাকিমৰ হুকুমৰ লৰচৰ নহল। অশেষ কাকুতিকে,

উপেক্ষা কৰি মনায়ে তাইক চোতালৰপৰা বাহিৰলৈ উলিয়াই দিলে। বিমৰ্ষ মনেৰে 'ওলাই আহি তাই আলিবাটৰ এচি কাষত বহি ৰল। অসংখ্য মোটৰ গাড়ীয়ে ভোঁ ভোঁকৈ চিঞৰি ৰতনীৰ মূৰত ধূলিবোৰ জাপি দি আঁতৰি গল। কিন্তু ৰতনীৰ তাৰ প্ৰতি ভ্ৰূক্ষেপ নাই। তাই সতৃষ্ণ নয়নে চাই আছে নিমন্ত্ৰিত ভদ্ৰলোকসকললৈ। তেওঁলোকৰ খোৱাৰ অভাৱ নাই। কোনো কোনোৱে খাবলৈ বিশেষ আপত্তি কৰা সত্ত্বেও মাকিয়ে তেওঁলোকক ভিতৰলৈ টানি লৈ গৈছে—তেওঁলোকে একাপ চাহকে আৰু নিতান্ত নহলে এখন তামোলকে খাব লাগে। ৰতনীয়ে সকলো লক্ষ্য কৰিলে। যাৰ খাবলৈ দৰকাৰ নাই সি খাবলৈ পায় কিন্তু যাৰ দৰকাৰ সি বিচাৰি ফুৰিলেও নাপায়। এয়ে বোধ হয় জগতৰ ৰীতি। তাইৰ পেটত ভোক, মনত খোৱাৰ প্ৰবল হেঁপাহ। সেই বাবে তাই এই লোকসকললৈ লক্ষ্য কৰি আছে। অহা আহিছে, যোৱা গৈছে। কতয়ে খাইছে তাৰ সীমা সংখ্যা নাই। এনে স্থলত তাইলৈ এমুঠি নহবনে ?

মানুহ আহিছে গৈছে কিন্তু ৰতনী সেই একে ঠাইতে বহি আছে পাবৰ আশাত, প্ৰলোভনৰ তাড়নাত। তাই ভাবিছে মানুহৰ ভিৰ কমিলে তায়ো কিবাকিবি পাব। অভয়ে খাইছে তাই নাখাব কেলেই ?

লাহে বেলি মাৰ গল। বিজুলীবাতিয়ে মুখ মেলি

অহা ক'লা অন্ধকাৰক দুৰতে খেদি পঠিয়ালে। হাকিমৰ ঘৰৰ উখল মাখল জয় পৰিল। বাটত থিয় হৈ থকা অকৰ্ম্মণ্য মোটৰ গাৰীবোৰ এখন এখনকৈ চাৰি চকাৰ ওপৰত বেগেৰে বাগৰি যাবলৈ ধৰিলে। দিনৰ পৰিশ্ৰমৰ অন্তত ক্লান্ত হাকিম বিছনাত দীঘল দি পৰিল আৰু বাহিৰৰ দুৱাৰো বন্ধ হৈ গল।

ৰতনী বাটতে ৰহি থাকিল। কেৱে তাইৰ খবৰ নললে। হাকিমৰ ঘৰৰ সকলোৱে কঠোৰ পৰিশ্ৰমৰ অন্তত ক্লান্তি বোধ কৰিছে। তেওঁলোকে এতিয়া বিচাৰিছে বিশ্ৰাম। পাগলীৰ কাকুতিলৈ কাণ দিবৰ তেওঁলোকৰ সময়েই বা ক'ত ?

"এমুঠি চাউল দেউতা ?" বাহিৰৰ দুৱাৰখনত খামোচ মাৰি ধৰি ৰতনী চিঞৰি উঠিল।

ভিতৰৰপৰা মাত শুনা গল "এই ৰাতি কোনে চিঞৰিছে। দে বাহিৰ কৰি দে।"

মনায়ে ৰতনীক খেদি লৈ গল। গধুৰ মনেৰে তায়ো উভতিল, তাইৰ পৰিচিত আঁহত গছ জুপিৰ তললৈ। সেয়ে তাইৰ ঘৰ, তাইৰ বিশ্ৰামৰ স্থল। সিদিনা ৰাতিটো কটাবৰ নিমিত্তে খৰি নুবিবলৈকো নহল। গতিকে কিছুমান গছপাত গোটাই লৈ তাই গাৰ কাপোৰ ডুখৰিকে মেৰাই লৈ বাগৰি পৰিল।

ব্যৰ্থতা, আনৰ অৱহেলা ৰতনীৰ জীৱনৰ সগৰীয়া। কিন্তু সিদিনাৰ ব্যৰ্থতাই তাইৰ মনত এটি আঘাত দি গল। খোৱাই খায় অথচ যেয়ে পেটৰ ভোকত ছট্ফটাব ধৰিছে তাৰ পিনে চকু দিওঁতা কেৱে নাই।

ৰাতি ৰতনীৰ টোপনি নহল। এনেয়ে খোৱা নাই, তাতে পুহমহীয়া জাৰ। সিদিনা তাই বেছকৈ উপলব্ধি কৰিলে তাইৰ জীৱন পশু-জীৱনতকৈয়ো হীন। তথাপি তাই মৃত্যুৰ কামনা নকৰিলে, সংসাৰৰপৰা আঁতৰিবলৈ ইচ্ছা প্ৰকাশ নকৰিলে। যাতনা, বেদনা ভুগি হলেও তাই এই পৃথিৱীৰ বহল বুকুত থাকিবলৈ বিচাৰে। সেই বাবে তাইক খাবলৈ পাবলৈ লাগে। কিন্তু এই শেহ ৰাতি কোনে খুৱাব তাইক ?

হঠাৎ তাইৰ মনত পৰিল। উঠি তাই গছজোপাৰ খোৰোঙ এটাৰ কাষলৈ গল। লুকাই থোৱা চাউল কেইটা-মান আনো বুলি তাই তাৰ ভিতৰত হাতখন সুমাই দিবলৈ খোঁজোতেই ফোচকৈ এটা শব্দ শুনা গল আৰু নিমিষতে এটি সাপে মুৰ তুলি থিয় দিলে। উচাপ খাই উঠি ৰতনী দুখোজমান পিচুৱাই গল। কিন্তু পিছ মুহূৰ্ত্ততে খঙত তাইৰ চকু দুটা ৰঙা পৰি উঠিল। এই সাপটোৱেই নহয় তাইক কদৰ্থনা কৰিছে, তাইৰ সঞ্চিত খাদ্য নষ্ট কৰিছে। তাই স্থিৰ চকুৰে কিছু সময় সাপটোৰ পিনে চাই থাকিল। তাৰ পিছত একে জাপেই গৈ তাৰ মুৰটোত দুয়ো হাতেৰে

খামোচ মাৰি ধৰিলে। নিঃসহায় সাপটোৱে তাৰ সকলো শক্তি সামৰ্থ্য গোটাই ৰতনীৰ হাত দুখনত মেৰাই ধৰিলে। ৰতনীৰ মুখৰ ওপৰত এটি অভূতপূৰ্ব্ব পৰিবৰ্ত্তনৰ চিন ফুটি উঠিল। চকুযুৰি ঘোপাকৈ তাই সাপটোক কি শাস্তিৰে মাৰিব তাকেই ভাবিবলৈ ধৰিলে। তাইৰ চকু দুটা জ্বলি উঠিল। প্ৰতিশোধৰ চিন্তাত তাইৰ বুকু স্ফীত হল।

তেতিয়া বেলি উঠিছে। তাইৰ অন্তৰত পেটৰ জ্বালা তাইৰ মনত পৰিল হাকিমৰ ঘৰলৈ। ভোকৰ জ্বালাত আগ দিনাৰ লাঞ্চনা, অৱহেলা তাই পাহৰি পেলালে আৰু ততালিকে তাই হাকিমৰ ঘৰলৈ খোজ ললে। সাপটো তাইৰ হাতত্তে থাকিল। নেগুৰেৰে অকাই বকাই সাপটোৱে নিজকে যিমানেই মুক্ত কৰিবলৈ চালে সিমানেই ৰতনীৰ প্ৰতিজ্ঞা দৃঢ়তৰ হৈ আহিবলৈ ধৰিলে। বিজয়-উল্লাসৰ ভাবত তাই নিজকে পাহৰি গল। তাই জঁপিয়াবলৈ ধৰিলে। লৰাবোৰে কিৰিলি পাৰি তাইক আগুৰি ধৰিলেহি।

হাকিমৰ পদুলিমুখত। লৰা-ছোৱালীৰ গোলমাল শুনি হাকিম বাহিৰলৈ ওলাই আহিল। লৰাবোৰ আঁতৰি গল কিন্তু নগল ৰতনী। হাকিমৰ পিনে এখোজ দুখোজকৈ আগুৱাই আহি দাবিৰ সুৰত তাই কৈ উঠিল, "মোক খাবলৈ দিয়া" মুখ কোচাই হাকিমে ধমক দিলে "যা—যা, আঁতৰি যা"

ততালিকে ৰতনীয়ে সাপটো হাকিমৰ গাৰ ওচৰলৈ

দলিয়াই দিলে। মুক্ত সাপটোৱে অলপ সময় মূৰটো মাটিত পেলাই থাকি ফেট তুলি খিৰ হল। হাকিম কঁপিবলৈ ধৰিলে। তেওঁ চিঞৰি উঠিল "মনাই, বন্দুক—"

বন্দুক হাতত লৈ হাকিমে গুলি কৰিবলৈ উদ্যত হল। ৰতনীয়ে আগ বাঢ়ি গৈ হাকিমক বাধা দিব খোজোঁতেই বন্দুকৰ শব্দ হল "গুৰুম"। সাপটো উফৰি পৰিল আৰু লগে লগে ৰতনীয়ে চিঞৰি উঠি হাকিমৰ চোতালত চলি পৰিল। হাকিমে কঁপি কঁপি আগ বাঢ়ি গল কিন্তু ৰতনীক পৰীক্ষা কৰি চাবলৈ তেওঁৰ শক্তি নহল। তেওঁৰ মূৰ ঘূৰাই গল।

অলপ পিছত ডাক্তৰৰ পৰামৰ্শমতে ৰতনীক হাস্পাতাললৈ লৈ যোৱা হল। ডাক্তৰে হাকিমৰ তেজৰ চাপ বেছি হোৱা বাবে কেইমাহমান বিশ্ৰাম লবলৈ উপদেশ দিলে।

ৰতনীক তুনাই দেখা নগল। কিছুমানে কলে "পাগলী মৰিল ভালেই হল।" আন কিছুমানৰ মতে সমাজৰ আবৰ্জনা এই দৰেই আঁতৰাব লাগে। সকলো কথা শুনি বামুণ ঠাকুৰে মত প্ৰকাশ কৰিলে "হাজাৰ হলেও বাপা, নৰহত্যা! ই মহাপাপ। প্ৰায়শ্চিত্ত হব লাগে; দান দক্ষিণা কৰিব লাগে।"

---

# পতিত আৰু পতিতা

স্থান— উত্তৰ গুৱাহাটী

ৰচনা কাল— ১৪ মার্চ ১৯৩৯

মনোৰমা পত্নী বাসন্তীৰ মৃতদেহ চিতাৰ ওপৰত তুলি নিজ হাতেৰে মুখত জুই লগাই দিয়াৰেপৰা মোৰ মন বিষাদৰ ঘন অন্ধকাৰেৰে আবৃত হৈ থাকিল। নিঃসঙ্গ জীৱন, নিভৃত চিন্তা, তাকেই সাৰথি লৈ দিন নিয়াব ধৰিলোঁ। পলে-পলে মোৰ মনত পৰে বাসন্তীৰ বিশৃঙ্খল চুলিৰে আগুৰা শেঁতা মুখখনি আৰু চকুৰ আগতে দপ্‌দপীয়া জুয়ে গ্ৰাস কৰা শেষ মাধুৰ্য্য। মনক প্ৰবোধ দিব নোৱাৰি নীৰৱে অকলে চকুপানী টোকোঁ। জীৱনৰ প্ৰাৰম্ভতে যি ধুমুহাই মোৰ প্ৰিয়তমা পত্নীক কাঢ়ি লৈ গল সিয়েই মোৰ অন্তৰতো সিচি দি গ'ল গভীৰ নৈৰাশ্যৰ বীজ। সেই কাৰণে মূৰ শিতানতে থৈ দিয়া মোহমুদ্‌গৰখন উলিয়াই কেতিয়াবা কেতিয়াবা পঢ়োঁ। প্ৰায় সদায়েই একেটা শ্লোক চকুত পৰে—

কা তব কান্তা কস্তে পুত্ৰঃ।
সংসাৰোঽয়মতীৱ বিচিত্ৰঃ॥

অলপ সময়ৰ কাৰণে বাসন্তীৰ চিন্তা তল পৰি স্বৰ্গত মহাপুৰুষৰ প্ৰতি ভক্তিৰ ভাবত মূৰ দোঁ খাই যায়। মনতে ভাবোঁ ত্ৰিকালজ্ঞ ঋষি-মুনি সকলৰ অমৃতবচন শোহোৰাহেঁতেন সংসাৰৰ সৰহ ভাগেই দুখ শোক, জ্বালা যন্ত্ৰণাত আত্মহাৰী

হলহেঁতেন। আন দুটি এটি শ্লোকো পঢ়োঁ। কেতিয়াবা তাৰে মাজতেই "পুত্ৰ পৰিবাৰ সবহি অসাৰ, কৰবো কাহেৰি সাৰ" বুলি নজনাকৈ দুই এশাৰী বৰগীতো গুণ গুণাই গাই পেলাওঁ। ক্ষণেকৰ বাবে মনৰ স্থৈৰ্য্য ফিৰে। উদাস দৃষ্টিত কোনো এফালে চাই থাকোঁ।

মনৰ এনে অস্থিৰতাৰ মাজতো সম্পন্ন কৰিবলগীয়া নানান কাজ আছে। বামুণ কুলত জন্মিছো যেতিয়া সংস্কাৰ আছে—বেদবিহিত কৰ্ম্ম কৰিব লাগিব, মন্ত্ৰ প্ৰভাৱত প্ৰেতাত্মাক মুক্তি দিব লাগিব।

লাহে লাহে দানোৎসৰ্গৰ দিন আহিল। মুকলি হাতে মোৰ যি আছিল সকলো উলিয়াই দিলোঁ। মানুহেই জীয়াই নাথাকিল যেতিয়া মোৰ একোৰে আৱশ্যক নাই—সংসাৰত্যাগী হম, মায়া-জৰীৰ বান্ধোনত সুমাই দুনাই বিষময় জ্বালা ভোগ নকৰোঁ।

বাসন্তীৰ মৃত্যু উপলক্ষে কৰা কাজ কামৰ সিদিনাই শেষ দিন। পুৰোহিতে হুকুম শুনালে "বাপা, সেৱা কৰা." ডিঙিত গামোছাখন দুজাপ কৰি লৈ মই আঠু ললোঁ। পুৰোহিত দেউৱে আশীৰ্ব্বাদ দিলে—প্ৰভুই মোক ধন সোণ, ঐশ্বৰ্য্য বিভূতিৰে বিভূষিত কৰক, মোক তেজস্বী, যশস্বী কৰক আৰু সোনকালে মোৰ বিয়াখন হৈ উঠক। পুৰোহিতৰ

শেষ বাক্যত মই ধৈৰ্য্যচ্যুত হৈ চিঞৰি উঠিলোঁ। "দেউ মোক সেই আশীৰ্ব্বাদ নিদিব। সংসাৰত মোৰ আসক্তি নাই, মায়া-ডোলত বান্ধ খাবলৈ আকাঙ্ক্ষা নাই।" ব্ৰাহ্মণমণ্ডলিয়ে মোক বুজালে "পাহৰি যোৱা বোপা। সকলো কচুপাতৰ পানী। এই আছে এই নাই। তুমি ডেকা মানুহ। কওই তিনি-কুৰি চাৰি কুৰি বছৰতো নতুন সংসাৰ পাতিছে। তোমালৈ দিন উকলি গলনে? তোমাৰ মুৰৰ চুলিৰ সমান আয়ুস আছে। পাহৰি যোৱা। তোমাৰ পত্নী তোমাৰ শত্ৰু আছিল। সেই বাবে তেওঁ তোমাক এৰি গল। আকৌ নতুনকৈ ঘৰ পাতি সুখী হোৱা।"

ব্ৰাহ্মণসকলে মোক নানান ভাবে বুজালে যদিও মোৰ মনৰ গতি অলপো পৰিবৰ্ত্তিত নহল। আন হাতে তেওঁ-লোকৰ ওপৰত মোৰ খঙেই উঠিল কিন্তু সিদিনা তেওঁলোক মোৰ ঘৰত অতিথি। সেই বাবে প্ৰতিবাদ নকৰি মনে মনে থাকিলোঁ।

কাম কাজৰ শেহত বাসন্তীৰ বিৰহ আগতকৈয়ো বেছিকৈ অনুভব কৰিব ধৰিলোঁ। ইমান দিন শ্ৰাদ্ধাদিৰ যোগাৰত ব্যস্ত আছিলোঁ। মনৰ দুখ শোকো সেই বাবে অলপ পাতলি আছিল। এতিয়া কৰ্ম্মহীন জীৱন পাই চিন্তা ভাবনাই কেউপিনৰপৰা জুমুৰি দি ধৰিছে। সদায় মনটো সুদা সুদা লাগে। ঘৰটোৰ ভিতৰলৈ সোমালেই দেখিবলৈ পাওঁ বাসন্তীয়ে

ব্যৱহাৰ কৰা আৰ্চি, ফণী, তেলৰ বোটল ইত্যাদি বস্তবোৰ। এইবোৰে মনৰ যন্ত্ৰণা দুগুণে বঢ়াই দিয়ে আৰু লাহে লাহে এই ঘৰৰ প্ৰতি মোৰ মায়া-মোহ টুটি আহিবলৈ ধৰে। অৱশেষত এদিন কোনো উদ্দেশ্য নোহোৱাকৈয়ে এই যন্ত্ৰণাৰ আকৰ ঘৰটোৰপৰা ওলাই আহিলোঁ। হাতত যি অলপ টকা পইচা আছিল সেয়ে মোৰ সম্বল হল। বাকী বয়বস্তু য'তে যি আছিল ত'তেই এৰি আহিলোঁ। যাম কলৈ একো থিৰ কৰা নাই। তথাপি ওলালোঁ। মনত আশা এনে এখন ঠাই বিচাৰি উলিয়াম য'ত বিচ্ছেদৰ দাৰুণ মনস্তাপ নাই, বিৰহৰ তুষানল নাই।

দুবছৰ কাল এই দৰে ঘুৰি ফুৰিলোঁ। লুইতৰ কোবাল সোঁতত উটি ভাহি যোৱা নল-খাগৰিৰ দৰে এঠাইৰ-পৰা আন ঠাইলৈ গৈছোঁ। কতো থিতাপি লগা নাই; লাগিবৰো ইচ্ছা হোৱা নাই। এই দৰে দীঘল দুটি বছৰ পাৰ হৈ গল। তথাপি মনলৈ স্থিৰতা নাহিল, অন্তৰৰ গুপুত বেদনা সম্পূৰ্ণৰূপে আঁতৰি নগল। অৱশেষত এই উদ্দেশ্যহীন জীৱনৰ মাজতো দেখিবলৈ পালোঁ এটি গতানুগতিকতা— অস্থিৰ অথচ অভিনৱত্বহীন। ইয়াতো আমনি লাগিল। আকৌ ঘৰলৈ উভতিলোঁ।

ঘৰৰ ধ্বংসাৱশেষ আছে মাথোন। খুৰাই মোক আদৰি তেওঁৰ ঘৰলৈ লৈ গল, হয়তো মৰমত, হয়তো স্বাৰ্থতাড়নাত।

তেওঁৰ লৰা তেতিয়া নাবালক অথচ তেওঁ স্থবিৰ। এনে স্থলত মই তেওঁৰ লগত থাকিব লাগে, গুৱাহাটীৰ যজমানৰ ঘৰৰ শ্ৰাদ্ধাদি আৰু পূজা পাটলত সহায় কৰিব লাগে। যজমানৰ ঘৰলৈ গৈ পূজা হোম কৰা মোৰ প্ৰতি নতুন কাম নহয়। এনেবোৰ কামত অভ্যাস আছে কিন্তু আজি দুবছৰ এইবোৰৰপৰা আঁতৰত থকাত মন্ত্ৰবোৰ ঠায়ে ঠায়ে পাহৰিছোঁ। তথাপি তাক আয়ত্ত কৰাত বৰ বেছি দিন নালাগিল।

খুৰাৰ কথাত মই লাহে লাহে বান্ধ খাই আহিবলৈ ধৰিলোঁ। আগৰ কৰ্ম্মহীন জীৱনৰ তুলনাত এতিয়া প্ৰণালী-বদ্ধ কৰ্ম্মৰ মাজেদি মোৰ দিন যাবলৈ ধৰিলে। ৰাতিপুৱাতে ব্ৰহ্মপুত্ৰত গা-পা ধুই সন্ধ্যা আহ্নিক কৰা, দুপৰীয়া খাউন্দৰ ঘৰত শালগ্ৰাম পূজা কৰা আৰু আবেলি শ্ৰাদ্ধ-পদ্ধতি, বিবাহ-ব্যৱস্থা আদি পুথিবোৰৰপৰা মন্ত্ৰাদি মুখস্থ কৰাটো মোৰ নিত্য নৈমিত্তিক কামৰ ভিতৰত পৰিছে। ইয়াৰ উপৰিও মাজে সময়ে খুৰাৰ লগত যাব লাগে, তেওঁক সহায় কৰিব লাগে।

খাউন্দৰ ঘৰৰ সকলোৱেই আনক আপোন কৰি লব পৰা গুণ আছে। ধনী, মানী, পৰিয়াল হলেও মই তেওঁ-লোকৰ আদৰ, মৰম পাহৰিব নোৱাৰোঁ। অলপ দিনৰ ভিতৰতে তেওঁলোকে মোৰ মনৰ বিমৰ্ষতা ভালেমান আঁতৰাই

দিছে। মধো সংসাৰৰ খেলিমেলিৰ মাজলৈ আহি তাৰ বিচিত্ৰতাৰ মাজত নিজকে বিলাই দিবলৈ চাইছোঁ।

খাউন্দৰ ঘৰত শালগ্ৰাম পূজা কৰিবলৈ সকলোৱে সাহ নকৰে। অনেকেই দেৱতাৰ কোপানললৈ ভয় কৰে। পূজা-অৰ্চ্চনাৰ দোষ ত্ৰুটিৰ ফলত দেৱতাৰ কোপানল জাগে আৰু তাত দগ্ধ হয় যথেচ্ছাচাৰী পূজাৰী। মানুহে কয় এই শালগ্ৰাম মূৰ্ত্তিৰ দৈবশক্তিৰ বলতেই খাউন্দৰ ঘৰ জয় জয় ময় ময় হৈ আছে। এনে জাগ্ৰত দেৱতাৰ পূজা সেৱা ভালকৈ চলিলে খাউন্দৰ ঘৰৰ শ্ৰীবৃদ্ধি অটুট থাকিব।

এনে এটি কথা আনে কলেও খাউন্দৰ ঘৰৰ পৰিয়ালৰ প্ৰায় সকলোটিয়েই এই বিগ্ৰহৰ পূজা সেৱাৰ প্ৰতি উদাসীন যেন দেখা যায়। শালগ্ৰামৰ পূজা হওক নহওক ঘৰৰ আটায়ে এধাৰমান ধজাত খোৱা বোৱা শেষ কৰি বিছনাত দীঘল দিয়ে। শালগ্ৰামৰ পূজা হোৱা সময়ত অনেকৰেই অকৰ্ম্মণ্য শৰীৰৰ কৰ্ম্মঠ নাকে ঘোৰ্ঘোৰাবলৈ ধৰে।

দেৱতাৰ পূজা সেৱালৈ অপেক্ষা কৰে মাথোন একেজনী হতভাগিণীয়ে। বিধবা তেওঁ—যৌৱনৰ আশা-আকাঙ্ক্ষা মুকুলিত হওঁ নৌহওঁতেই তেওঁ ব্ৰহ্মচাৰিণী। তেৱেঁই মন্দিৰৰ সোঁকালে থকা চালিখনৰ তলতে দেৱতাৰ পূজালৈ অপেক্ষা কৰি নীৰৱে অকলে বহি থাকে। ফুল বেলপাত যোগাৰ কৰোৱা, দেৱতাৰ বাবে ভোগ বন্ধা অকল যেন তেওঁৰেই কাম। তেওঁৰ

শাহুৰেক আছে, বুঢ়ী। তথাপি তেওঁবো এইবোৰত কিবা আস্থা আছে যেন অনুমান হোৱা নাই। মাজে সময়ে তেওঁ। মন্দিৰলৈ আহে কিন্তু পূজাৰ যোগাৰ কৰিবলৈ নহয়, বোৱাৰী-য়েকৰ কাৰ্য্যত হকা-বধা কৰিবলৈ নাইবা তাত খুত উলিয়াবলৈ। কথাই কথাই বিধবা বোৱাৰীয়েকক উপলক্ষ্য কৰি তেওঁ কয় "পাপিনী, আহিযেই মাজু বাপাৰ জীৱন খালে। আৰু বা কি কৰিব খুজিছে!" শাহুৱেকে বোধ হয় কিবা উত্তৰ আশা কৰি মোৰ পিনে চায়। মোৰ খং উঠে, মনত দুখো লাগে। মূৰ তুলি চাই দেখো বোৱাৰীয়েকৰ শুকান মুখৰ ওপৰেদি চকুপানী বাগৰিব ধৰিছে। মোৰ অন্তৰ কান্দি উঠে। তেওঁৰ মুখখনৰ দৃষ্টি কৰুণ—ঠিক বাসন্তীৰ মুখখনিৰ দৰে, অলপ শুকান অথচ মৰম লগা। শাহুৱেকৰ প্ৰতি মোৰ ঘৃণা ভাব ওপজে কিন্তু তাক প্ৰকাশ কৰিব নোৱাৰোঁ। কাঠৰ পুতলাৰ দৰে সকলো কাণ্ড কাৰখানা চাই থাকি অৱশেষত আঁতৰি গৈ বেদীৰ ওচৰত কুশাসন পাৰি বহোঁ। সিংহাসনৰপৰা শালগ্ৰাম নমাই আনি গা ধুৱাওঁ আৰু ফুল তুলসীৰে পূজা কৰিবলৈ আৰম্ভ কৰোঁ। শাহুৱেক আঁতৰি যায়, বোৱাৰীয়েকে আঁতৰৰপৰা দেৱতাৰ পূজা চাই থাকে। ইয়াতেই বোধ হয় তেওঁ অলপ শান্তি পায়। এবণ্টা, ডেৰ ঘণ্টাৰ পিছত মোৰ পূজা শেষ হয়। সভক্তিৰে দুনাই বিগ্ৰহ সিংহাসনত তুলি থওঁ আৰু বিষ্ণু-পাদোদক গ্ৰহণ কৰি ঘৰলৈ উলটিব খোজোঁ। কেতিয়াবা বোৱাৰীয়েকে মাতে—

"বাপু ইয়াতেই ভাত খোৱা। কালি একাদশী গল— পাৰণ কৰিব লাগে।"

মই আপত্তি নকৰোঁ। বৰ আদৰ মৰমেৰে তেওঁ মোক খুৱায়। বোধহয় তেওঁ মনতে ভাবে—মোক খুৱালে তেওঁৰ পূৰ্ব্বজন্মৰ পাপৰাশি ধ্বংস হব। আলু পিটিকা, কচু শাক, ঢেকীয়া শাক আদি সাধাৰণ বস্তু হলেও মই খাই তৃপ্তি পাওঁ।

ইও এটা মোৰ জীৱনৰ অভিনব অভিজ্ঞতা,—আগৰ জীৱনৰ আমূল পৰিবৰ্ত্তন। সংসাৰৰ মায়াপাশে মোক তুনাই মেৰাই ধৰিলে নেকি ?

এদিনাখন মন্দিৰত সোমাই পূজা কৰি আছোঁ। দেৱতাৰ পূজাৰ আয়োজন সিদিনা আগতকৈ বেছি অথচ উপলক্ষ্যও নাই। চাৰিওফালে পৰিষ্কাৰ পৰিচ্ছন্নতা, বস্তবোৰ পৰিপাটিকৈ সজোৱা। পূজা আৰম্ভ কৰাৰ আগৰেপৰা ধূপ ধুনাৰ গোন্ধত গোটেই মন্দিৰটো আমোলমোলীয়া। ইয়াৰ অৰ্থ কি মই বুজিব নোৱাৰিলোঁ। বোধ হয় ই এটা দুখুনী বিধৱাৰ অহৈতুকী আনন্দ। বিধৱাৰ সন্তান সন্ততি নাই। আনৰ লৰা-ছোৱালীৰ লগত বৰকৈ হলিগলি কৰিলেও শাহুৱেকে দোষ ধৰে জানোচা পাপিনীৰ পৰশত সোনাহঁতৰ অমঙ্গল হয়। সেই বাবে নিদ্ৰিত, মূক দেৱতাৰ পূজা-পাতলৰ যোগাৰত তেওঁৰ এই আনন্দ ; অথবা নিদ্ৰিত দেৱতাক জাগ্ৰত কৰাবেই

কিজানি ই আকাঙ্ক্ষাৰ বিকাশ ?

চিন্তা নকৰি কুশাসনৰ ওপৰত বহি পূজা আৰম্ভ কৰিলোঁ। বেদীৰ চাৰিওফালে সুসজ্জিত নৈবদ্যৰ মাজত শালগ্ৰাম মূৰ্ত্তি জিলিকি উঠিল। ই যেন ভগৱানৰ তেজোময় জাগ্ৰত অৱস্থা। ভালেখিনি সময় শালগ্ৰাম ধ্যান কৰি মূৰ্ত্তিৰ মুখলৈ চাই থাকিলোঁ। মোৰ মনত ভাব হল "ভগৱান জাগ্ৰত হয়।" যথাবিহিত পূজা আৰম্ভ কৰিলোঁ। মোৰ এনে একাগ্ৰতাৰে কোনোদিন দেৱতাৰ পূজা শেষ কৰা নাই। মই নিজৰ অস্তিত্ব পাহৰি গৈছোঁ। স্বয়ং ভগৱানেই যেন মোৰ হৃদিত স্থিতি লৈছেহি। ঠিক এনে সময়তে মোৰ পাছ ফালে মাত শুনিলোঁ "বাপু !"

মই উচাপ খাই উঠিলোঁ। মূৰ ঘূৰাই দেখিলোঁ মোৰ পিছত আঠু লৈ সেই দুখুনী বিধবা। তেওঁৰ গালত চকুপানীৰ সোঁত, মুখত অস্থিৰতাৰ ক্ষীণ কম্পন। নিস্তেজ, কান্তিহীন চলচলীয়া চকু দুটাৰে তেওঁ শালগ্ৰাম মূৰ্ত্তিৰ পিনে একেথৰে চাই আছে। অন্তৰৰ পুঞ্জীভূত বেদনাবোৰ যেন তেওঁ হিয়াৰপৰা উবুৰিয়াই দেৱতাৰ আগত প্ৰকাশ কৰিব খুজিছে—সাক্ষী মই—অন্নহীন, ছালচিগা দৰিদ্ৰ ব্ৰাহ্মণ। মই আচৰিত হৈ সুধিলোঁ "আপুনি ! কান্দিছে কিয় ?"

"মই পাপিনী, দুখুনী বাপু ! মোক মৰিবলৈ আশীৰ্ব্বাদ দিয়া।" যন্ত্ৰণাপীড়িত তেওঁৰ মুখৰ ওপৰেদি চকুপানী বই

গল। মই ৰাম নাম উচ্চাৰণ কৰিলোঁ ; ভাবিলোঁ বিলাসকক্ষ, প্ৰমোদ উষ্ঠানৰ মাজতো জ্বালা যন্ত্ৰণাৰ বৃশ্চিক দংশন আছে, তিল্ তিল্ কৈ জীৱন-নাশৰ তীব্ৰ হলাহল আছে।

তেওঁ কৈ গল "সচাকৈয়ে মই পাপিনী। কালি লৰা এটাৰ গাত চাপৰ মাৰিছিলোঁ। আজি তাৰ জ্বৰ উঠি ছট্ ফটাব ধৰিছে আৰু আয়ে তিৰষ্কাৰ আৰম্ভ কৰিছে। মোৰ হাতত বিষ আছে—তাৰ পৰশত সকলো বিষাক্ত হৈ উঠে। বাপু, ময়ো মানুহ—সকলো সহ্য কৰিব নোৱাৰোঁ। মই মৰি যোৱাই মঙ্গল। মোক আশীৰ্ব্বাদ দিয়া।"

"তেনে কথা নকৰ আই!" সান্ত্বনাৰ সুৰত মই লাখেকৈ মাত লগালোঁ। "আপুনি ৰজাৰ ঘৰৰ বোৱাৰী—পাপিনী নহয়। ভগৱানে আপোনাক শান্তি দিব। তেওঁৰ নাম লওক। তেৱেঁই সকলোৰে গৰাকী।"

আকৌ মুৰ ঘুৰাই আধা শেষ কৰা পূজাত মনোযোগ দিলোঁ। কিন্তু নাই মোৰ উদাসীনতাৰ বাবে যেন ভগৱানৰ জাগ্ৰত মুৰ্ত্তি অন্তৰ্ধান হৈ গৈছে। সেই তেজোময় দীপ্তিৰ পৰিবৰ্ত্তে দেখিবলৈ পালোঁ এডোখৰ কান্তিহীন প্ৰস্তৰ। ভয় আৰু অস্থিৰতাত মোৰ অন্তৰ কঁপিবলৈ ধৰিলে। অগত্যা বাকী পূজা ভাগ শেষ কৰিবলৈ মন মেলিলোঁ। কিন্তু মুখেৰে মন্ত্ৰৰ ঠিক উচ্চাৰণ নহল। তথাপি মোৰ অভ্যস্ত হাতে ক্ৰম অনুসৰি ফুল বেলপাত দি বাবলৈ ধৰিলে।

চঞ্চল মনৰ অস্থিৰতাৰ মাজেদিয়ে পূজা ভাগ শেষ কৰি প্ৰণাম কৰোঁ। বুলি পিচুৱাই যাওঁতেই অজ্ঞাতে তেওঁৰ ভৰিত গচক পৰিল। আথে বেথে ৰাম হৰি উচ্চাৰণ কৰি তেওঁৰ ভৰিখন চুবলৈ খোজোঁতেই তেওঁ মোৰ হাতত খাপ মাৰি ধৰি কলে "কি কৰা, কি কৰা বাপু। তুমি বামুণ—কুল দেৱতাৰ পূজক।"

তেওঁৰ চেচাঁ হাতৰ পৰশত মোৰ গোটেই গাটোত এটি শিহৰণ অনুভৱ কৰিলোঁ। মনত লাজো লাগিল। অৱশেষত কুটাই কলোঁ "আই, মই আপোনাৰ ঘৰৰ এজন ভৃত্যহে মাথোন।"

উত্তেজিতা হৈ তেওঁ উত্তৰ দিলে "তুমি ভৃত্য নোহোৱা বাপু! তোমাৰপৰা মই যি সহানুভূতি পাওঁ আনৰপৰা তাক পোৱা হলে মোৰ মনৰ দুখ পাতলি গলহেঁতেন। কিন্তু ঘৰৰ সকলোৰে মই চকুৰ শূল। দিনে ৰাতিয়ে মই কেৱল পাওঁ হুটা মাত; অসহনীয় তিৰস্কাৰ। মোৰ জীৱনৰ আৱশ্যক নাই। সংসাৰৰ কেউচুকে দেখিছোঁ। হলাহল। মই মাজতে জ্বলি-পুৰি মৰিছোঁ, যাতনাত চিৎকাৰ কৰিছোঁ। আৰু কিমান জ্বালা সহিম—"

কথা কৈ থাকোঁতেই তেওঁ কান্দিবলৈ ধৰিলে। দয়া আৰু কৰুণাত মোৰ অন্তৰ উপচি পৰিল। তেওঁৰ দুখৰ চকুপানী মচি দিবলৈ মোৰ প্ৰবল ইচ্ছা হল কিন্তু

সাহ নকৰিলে। মাথোন তেওঁৰ মূৰৰ ওপৰত সোঁ হাতখন থৈ আশীৰ্ব্বাদ দিলোঁ আৰু মূৰৰ চুলিৰ মাজত পূজাৰ নিৰ্ম্মালি পিন্ধাই দি গধুৰ মনেৰে মন্দিৰৰপৰা ওলাই ঘৰমুৱা হলোঁ।

সিদিনাও এটা মোৰ জীৱনৰ নতুন অভিজ্ঞতা। জীৱনৰ করুণ কাহিনীৰ দুটি আধাফুটা কথাৰেও আনৰ হিয়া জয় কৰিব পাৰি। বেদনাৰ তিক্ততাৰ ভাগ লবলৈকো কেতিয়াবা কেতিয়াবা মানুহ উত্ৰাবল হৈ উঠে। কিন্তু মই নিৰন্ন, দুৰ্ব্বল, শক্তিহীন। মই জানো খাউন্দৰ বোৱাৰীয়েকৰ দুখ মোচন কৰিবলৈ সক্ষম? মনত প্ৰশ্ন উঠে। কিন্তু মোৰ উদ্ধত প্ৰকৃতি, উদণ্ড চেতনা! তাৰো নিশ্চয় গুৰুত্ব আছে, মূল্য আছে। নিঃসহায় বিধবাৰ বিষাক্ত আবেষ্টনীৰ মাজত তিলে তিলে জীৱনী শক্তি লোপ পাব ধৰিছে। আঁতৰৰপৰা মই তাক দেখিবলৈ পাইছোঁ। এনেস্থলত মই নীৰব দৰ্শক হৈয়েই থাকিমনে? মোৰ প্ৰকৃতিয়ে এই দুখুনী বিধবাৰ দুখত সমবেদনা জনাবলৈ মোক উদ্গায়। সংসাৰত শ শ ছোৱালীৰ কপালৰ ফোট মচা গৈছে আৰু শ শ পুৰুষৰ পত্নী বিয়োগো ঘটিছে। তথাপি বাসন্তীৰ বিয়োগত মোৰ মনৰ যি অৱস্থা হৈছে তাৰ পৰাই এই বিধবাৰ মানসিক যন্ত্ৰণা মই বেছকৈ উপলব্ধি কৰিব পাৰোঁ। বসন্তৰ ফুল কলিটি আধা ফুলা হওঁতেই সি লেৰেলি গল। তাৰ মনৰ কল্পনা, হিয়াৰ অতৃপ্ত পিয়াহ হিয়াৰ মাজতে লয় পালে। অপূৰ্ব্ব সৌন্দৰ্য্যেৰে

উপচি পৰা বুকুত কাঁইটৰ শেলে খকা সৰকাকৈ খিন্দিলে। কুলিৰ পঞ্চম ৰাগিণী শুনি এই গুৰ্কান কুৰাটিয়ে জুনাই পাহি মেলিবনে? বিধবাৰ দুখত মোৰ প্ৰাণ কান্দি উঠে। মনতে ভাবোঁ তেওঁৰ দুখ মোচন কৰিম কিন্তু আগ নাবাঢ়োঁ। এয়েই বোধহয় নিস্ফল সহানুভূতি।

আগৰ দৰেই খাউন্দৰ ঘৰলৈ অহা যোৱা কৰি আছোঁ, ঠিক আগৰ দৰেই শালগ্ৰাম পূজাও কৰিছোঁ কিন্তু জুনাই ভগৱানৰ উজ্জল মুৰতি আগত প্ৰতিভাত হোৱা নাই। তথাপি নিবিষ্টচিত্তে ভগৱানৰ পূজা কৰিছোঁ। ধন-দৌলত কামনা কৰি নহয়,—সেই হতভাগিনী বিধবাজনীৰ সুখৰ নিমিত্তে, শান্তিৰ নিমিত্তে। তথাপি ভগৱান জাগ্ৰত হোৱা নাই, মূক প্ৰস্তৰৰ কঠিন হৃদয় ভেদি আশীৰ্ব্বাদ ওলাই পৰা নাই।

আন এদিন। পূজা কৰিবলৈ গৈ দেখোঁ পূজাৰ যোগাৰ নাই। ওচৰৰ চালিখনৰ তলত বিধবা বহি কান্দি আছে। মই আঁতৰৰপৰা মাত লগালোঁ "আই, পূজাৰ ধুপ-ধুনা নৈবেদ্য আদিৰ যোগাৰ—?"

তেওঁ থিয় দিলে আৰু চকুপানী মচি কলে "কৰা নাই বাপু! কৰিয়েই বা কি হব? মানুহৰ দৰে ভগৱানো মোৰ প্ৰতি বিৰূপ। তথাপি ৰলা। এতিয়াও যোগাৰ কৰি দিওঁ।" এই বুলি তেওঁ মন্দিৰৰ ভিতৰলৈ সোমাই আহিল। মইো ফুলাদন পাৰি কোবা-অৰ্ঘা সজাই লবলৈ ধৰিলোঁ।

তেওঁ নৈবেদ্য সাজি সাজিয়েই কৈ গল "বাপু, আজি দীঘল তিনি বছৰ কাল ভগৱানৰ আৰাধনা কৰিলোঁ। ফল নহল। দুঃখহাৰী ভগৱানে দ্ৰৌপদীৰ দুখ মোচন কৰিলে সঁচা, কিন্তু এই পাপিনীৰ প্ৰতি এবাৰ মুখ তুলিও নাচালে। এতিয়া দেখিছোঁ মোক মানুহৰহে সহায় লাগে। মোৰ আপোন কেৱে নাই। আই-বোপাই, ভাই-ককাই থকাহেঁতেন কিবা উপায় হলহেঁতেন। কিন্তু সিয়ো নাই। মোৰ দশা যে কি হয়—" বিধবাৰ বুকুৰপৰা এটি হুমুনিয়াহ বাগৰি আহিল। মই ইতিমধ্যে শালগ্ৰাম মুৰ্ত্তি স্নান কৰাই চন্দন, তুলসীৰে ভূষিত কৰিছোঁ।

তেওঁ কৈ গল "আইৰ তিৰস্কাৰ অসহনীয় হৈছে। ইয়াৰপৰা আঁতৰিব পাৰিলে মোৰ ৰক্ষা, নহলে মোকো হেনো সীতাৰ দৰে বনবাস দিব, দুৰ্ব্বৃত্ত নৰপিশাচৰ হাতত মোক এৰি দিব।"

মই গম্ভীৰ ভাবে উত্তৰ দিলোঁ "বুঢ়ী আই খঙাল। তেওঁৰ কথা ধৰকৈ নধৰিব।"

মোৰ কথাত তেওঁ সান্ত্বনা নাপালে। ময়ো দুনাই কথা-বতৰাত যোগ নিদি ঘৰলৈ আহিলোঁ।

ইয়াৰ পিছত সদায় পূজা কৰিবলৈ যাওঁ আৰু দিনে দিনে বিধবাৰ অশান্তি বঢ়াৰ গম পাওঁ। দেৱতাৰ পূজা-পাতলত থকা তেওঁৰ আগৰ আস্থা যেন হ্ৰাস পাবলৈ ধৰিছে।

তেওঁৰ প্ৰকৃতিও আগতকৈ গহীন হৈছে, এটি সংশয় ভাবে গোটেই শৰীৰটোকে যেন আগুৰি পেলাইছে। মই মাজে সময়ে কথা সোধো কিন্তু অতি দুখেৰে তেওঁ মোক জনায় "বাপু, সঁচাকৈয়ে এওঁলোকে মোক বনবাস দিব?" মোৰো বুকুখন আতঙ্কত শিয়ৰি উঠে। কেবাদিনো একেবাৰে এই একেটি কথাকেই তেওঁ মোৰ আগত কলে। মই প্ৰতিজ্ঞা কৰি কলোঁ। "যদি সেয়ে হয় মই আপোনাক উদ্ধাৰ কৰিম, আপোনাক আশ্ৰয় দিম।"

অলপ সময়ৰ কাৰণে বিধবাই একেথৰে মোৰ মুখলৈ চাই থাকিল। তেওঁৰ মুখৰপৰা লাহে লাহে ওলাই পৰিল "তোমাৰ জীৱনো কণ্টকিত হব।" তেওঁ মন্দিৰৰপৰা লাহেকৈ ওলাই আহিল।

পাঁচ দিন পিছত দেখিলোঁ। শালগ্ৰাম পূজাৰ যোগাৰ পাতি কৰি দিয়ে এজনী সৰু ছোৱালীয়ে আৰু কেতিয়াবা বুঢ়ী আয়ে নিজেই; পলে পলে মোৰ তেওঁলৈ মনত পৰে। মন্দিৰটো সুদা সুদা লাগে। শালগ্ৰাম মূৰ্ত্তিটো তেনেই নিস্তেজ হৈ পৰিছে। মোৰো পূজা পাতলত মনোনিবেশ কৰিব পৰা নাই। দুখুনী বিধবাৰ অনুপস্থিতিত দেৱতাও বিৰূপ হৈ গৈছে। চকুপানীৰ অৰ্ঘ্য সাজি বিধবাই আন্তৰ অন্তৰে দেৱতাক নিজৰ জীৱন, যৌৱন দান কৰিছিল। তেৱেঁই আছিল প্ৰকৃত পূজাৰিণী, মই উপলক্ষ্যহে মাত্ৰ।

তেওঁৰ অনুপস্থিতিতেই নিশ্চয় দেৱতাৰ মুখখনি ম্লান হৈ গৈছে। বিধবাৰ আত্ম-নিবেদনত দেৱতা জাগি উঠিল। তাৰ বাবেই হয়তো মনত এই অনুশোচনা।

বিধবাৰ খবৰ ললোঁ কিন্তু সঠিক সম্ভেদ নাপালোঁ। কেই দিনমান পিছত জানিব পাৰিলোঁ তেওঁক আশ্ৰমলৈ পঠাইছে, তেওঁৰ ওপৰত সন্দেহ কৰি। সেই সন্দেহৰ জীৱন্ত কাৰণ মই নিজেই। মনতে বৰ লাজ পালোঁ। এই অপযশে মোক পশুতকৈয়ো অধম কৰি তুলিলে বুলি মনতে ভাবিলোঁ। হঠাৎ মনত পৰিল মন্দিৰৰ দেৱতাক সাক্ষী কৰি কোৱা কথা। এই চিন্তাত মোৰ উদ্ধত মন জপিয়াই উঠিল। মই মনতে প্ৰতিজ্ঞা কৰিলোঁ—বিধবাক উদ্ধাৰ কৰি মই জগতক দেখুৱাম পীড়িতাৰ প্ৰতি স্নেহ দয়াত বাহিৰে মোৰ হিয়াত কামনাৰ লেশমাত্ৰও নাই।

সিদিনাই খাউন্দৰ ঘৰৰ লগত থকা সকলো সংস্ৰৱ বলেৰে ছিডি পেলালোঁ। অনুসন্ধান কৰি আশ্ৰমৰ ঠিকনা লৈ অৱশেষত গুৱাহাটিৰপৰা বাহিৰ হলোঁ।

আশ্ৰমত বহুতো যুৱতী আৰু বুঢ়ী আছে। শুনিলোঁ আগেয়ে হেনো আৰু বেছি আছিল কিন্তু এতিয়া কিছুমানক আনৰ হাতত সমৰ্পণ কৰিছে। আন কিছুমানে আজীৱন ব্ৰহ্মচাৰিণী ব্ৰত উদ্‌যাপন কৰিবলৈ ইচ্ছুক।

আশ্ৰমলৈ গৈ মোৰ ভাল লাগিল, দুখো লাগিল।

ভাল লাগিল ইয়াৰ প্ৰণালীবদ্ধ নিয়মবোৰ দেখি আৰু দুখ লাগিল এই হতভাগিনীহঁতৰ কথালৈ ভাবি। জীৱনৰ সামান্য পদস্খলনৰ হেতুকে সিহঁতৰ সৰহ ভাগেই হয়তো নিৰ্য্যাতন ভুগিছে; হয়তো কেৰে কেৰে বিনা দোষতেই নিজৰ স্বজনৰপৰা বিতাৰিত হৈ কলঙ্ক-কালিমাৰ চিনাকি দিছে। অথচ আমাৰ সমাজত কলঙ্কিতৰ বাবেও স্থান আছে, প্ৰবঞ্চকৰ প্ৰবঞ্চনাৰো বহল ক্ষেত্ৰ আছে। কেৱল কলঙ্কিতাৰ পৰশত ধূলিকণা কলুষিত হৈ উঠে, আকাশ বতাহত বিষ-বাষ্প ওপঙি ফুৰে। লাঞ্ছিতা সেই বাবে সমাজচ্যুতা।

খাউন্দৰ বোৱাৰীয়েক লাঞ্ছিতা। তেওঁকেই মই দেখা কৰিম আৰু পাৰিলে তেওঁক নিৰ্য্যাতনৰপৰা মুক্তি দিম। এয়ে মনত আশা। পতিতাৰ সংস্পৰ্শই মোক কলুষিত কৰিব নোৱাৰে। মই সমাজৰ নৈতিক মানদণ্ডৰ বাহিৰত। সেই বাবে মই তেওঁক বিচাৰি উলিয়ালোঁ। মোক দেখিবলৈ পাই তেওঁ অবাক হল আৰু আঁতৰতে থিয় দি থাকিল। আগ বাঢ়ি গৈ মই মাত লগালোঁ। "আপোনাক বিচাৰি আহিছোঁ। আপোনাৰ প্ৰতি সকলোৱে অবিচাৰ কৰিছে।"

তেওঁ মোৰ হাত দুখনত ধৰি মিনতি কৰিলে "বাপু, যদি কিবা উপায়ে পাৰা মোক ইয়াৰপৰা উলিয়াই নিয়া। ইয়াত নানান ৰকমৰ মানুহ—সকলো অচিনাকি, সকলো পৰ; কেৰে কাৰো দুখ নুবুজে। ইয়াত থাকিলে মই মৰিম।

মই ঘৰৰ বোৱাৰী ধৰতে আছিলোঁ। এইবিলাকৰ লগত মই কোনোমতে মিলিব নোৱাৰোঁ। হিন্দুস্থানী, বঙালী — কত ৰকমৰ মানুহ ইয়াত আছে। সিহঁতৰ কথাকে মই বুজি নাপাওঁ। সদায় কিবা এটি অনিশ্চিত ভয়ে মোৰ অন্তৰত বাহ লৈছে। ইও এক নতুন শাস্তি। নাজানোঁ কি অপৰাধৰ কাৰণে ভগৱানে মোৰ ওপৰত এই শাস্তি বিহিছে। মোৰ একো দোষ নাই বাপু।"

তেওঁৰ কথাত মোৰ হিয়া কুমলিল, প্ৰতিজ্ঞা দৃঢ় হল। "আপোনাৰ উদ্ধাৰৰ অৰ্থে মই ইয়ালৈ আহিছোঁ। স্বয়ং ভগৱানক আগত ৰাখি মই কৈছিলোঁ আপোনাক উদ্ধাৰ কৰিম। সেই ভগৱানৰ আদেশ মূৰত লৈ মই আহিছোঁ। আপুনি মোক ভুল নুবুজিব।"

মোৰ কথাত তেওঁ আশ্বস্ত হল। তেওঁৰ চকু-মুখত মই বেদনা নাইকিয়াৰ চিন দেখিবলৈ পালোঁ। তেওঁ আশ্ৰমৰ বাহিৰৰ জীৱন বিচাৰে, বন্ধনৰপৰা মুক্তি বিচাৰে। ইয়াৰ কাৰণে অনাগত ভবিষ্যতৰ মাজত অন্ধৰ দৰে জঁপিয়াই পৰিবলৈকো তেওঁ কুণ্ঠা বোধ নকৰে।

মনেৰে তেওঁৰ সাহসৰ প্ৰশংসা কৰি মই আশ্ৰমৰপৰা ওলাই আহিলোঁ। তেওঁ নিজেই আশ্ৰমৰপৰা আহিবলৈ ইচ্ছা আৰু আগ্ৰহ প্ৰকাশ কৰিছে যেতিয়া তেওঁক ভাৰণৰা লৈ অহাত একো বাধা নহব বুলি ধাৰণা হল। কিন্তু

আমাৰ দুয়োৰো ইচ্ছাৰ মাজত এটি দুৰ্লঙ্ঘ্য প্ৰাচীৰ থিয় হৈছিল। আমি দুয়ো বিবাহ-বন্ধনত বদ্ধ নহলে আশ্ৰমৰ স্বামীয়ে তেওঁক মোৰ হাতত অৰ্পণ কৰিবলৈ ইচ্ছুক নহয়।

মই বিবুদ্ধিত পৰিলোঁ। এনে এটি জটিল সমস্যাৰ সন্মুখীন হব লাগিব বুলি মই কল্পনাকে কৰিব পৰা নাছিলোঁ। কি কৰোঁ? দিন ৰাতি একে কথাকেই পাগুলিছোঁ, একে কথাকেই ভাবিছোঁ। তথাপি সমাধানৰ উপায় উলিয়াব পৰা নাই। এফালে মুক্তিকামী বিধৱাৰ করুণ অনুৰোধ, আন ফালে কামনাশূন্য কৰ্ম্মৰ নৈতিক আদৰ্শ। এফালে জাগ্ৰত ভগৱানৰ নামত প্ৰতিজ্ঞা, আন ফালে লোকচক্ষুত স্বাৰ্থ আৰু লালসাৰ বিষ-বাষ্প। দুটা বাট, কোন বাটেৰে আগ বাঢ়িলে আদৰ্শ অটুট্ থাকিব, বিধৱাৰো মুক্তিলাভ হব? যিমানেই ভাবোঁ সিমানেই সমস্যা জটিলতৰ হৈ উঠে। তথাপি দুনাই ভাবোঁ। মুহূৰ্ত্তৰ আগত এটি সিদ্ধান্তত উপনীত হৈ মুহূৰ্ত্তৰ পিছতেই তাক দলিয়াই পেলাওঁ।

আজি চাৰি দিন তেওঁক দেখা কৰা নাই। তেওঁ চাগৈ ভাবিছে মই প্ৰবঞ্চনা কৰা বুলি। কিন্তু মোৰ মনৰ ওপৰত যি ধুমুহা বৈ গৈছে তেওঁ তাৰ সন্ধান পাইছে জানো?

পঞ্চম দিনা মন স্থিৰ কৰি আশ্ৰমত ওলালোঁ গৈ। তেওঁ মোৰ ওচৰলৈ নৰি আহি অতি আগ্ৰহেৰে সুধিলে "মই কেতিয়া ইয়াৰপৰা ওলাব পাৰিম বাপু?"

ধীৰ, স্থিৰ ভাবে মই উত্তৰ দিলোঁ। "আপোনাৰ আগত দুৰ্লঙ্ঘ্য বাধা। যদি এই বাধা আপুনি অতিক্ৰম কৰিব পাৰে তেন্তে মুক্তিলাভ সম্ভৱ, নহলে বন্ধন।"

তেওঁ মুখেৰে নামাতি তলমূৰকৈ থাকিল—আকাশ-পাতাল ভাবিলে।

আগৰ সুৰতেই মই সুধিলোঁ। "এই বাধা পাৰ হবলৈ আপুনি সক্ষম হবনে?"

এটি হুমুনিয়াহেৰে বিধবাৰ বুকু ভাৰ হৈ গল। ক্ষণেক আগতে জিল্‌মিলাই থকা চকুযুৰি কান্তিহীন আৰু স্থিৰ হৈ পৰিল। মই মনতে ভাবিছোঁ। দুনাই তেওঁৰ আগত কি কম। এনেতে তেওঁ আহেকৈ মাত লগালে "বাপু, মোৰ উদ্ধাৰৰ উপায় নাই।" তেওঁৰ চকু চল্‌চলীয়া হৈ উঠিল। "মই সকলো শুনিছোঁ। কিন্তু মোৰ যে মান, ইজ্জত গৈছে? মই যে অপযশৰ বোজা মূৰত লৈ আশ্ৰম-বাসিনী হৈছোঁ। মই যে পতিতা—?" তেওঁ হুক্‌হুক্‌ কৰি কান্দিবলৈ ধৰিলে। "মোৰ সত্ত্ব সকলোৱে ত্যাগ কৰিব—মোক ভৰিৰে ঠেলিব বাপু, সকলোৱে ভৰিৰে ঠেলিব।"

বিধবাৰ অশ্ৰুপাতত মোৰ দুখ নালাগিল। এদিন মন্দিৰৰ ভিতৰত এওঁৰ চকুপানী দেখি মোৰ হৃদয়ত শেলে বিন্ধিছিল কিন্তু আজি বিদ্ৰোহৰ ভাবে মোৰ বুকু সবল কৰি তুলিলে। অকলা নিস্ফল সহানুভূতি নহয়—বিধবাৰ অন্তৰৰ

এই শোকশেল বলেৰে উভাৰি বিদীৰ্ণ হিয়া ক্ষমাদনৰ বিশল্যকৰণীৰে জোৰা লগাই দিম।

বিধবাই মোৰ পিনে মূৰ তুলি চাই কলে "যোৱা বাপু, মই পতিতা—চিৰজীৱন পতিতা হৈয়েই কটাম।"

উত্তেজিত হৈ মই উত্তৰ দিলোঁ। "আপুনি যদি পতিতা, ময়ো পতিত। প্ৰকৃত পতিতৰ সংখ্যাও আমাৰ সমাজত হাজাৰ হাজাৰ। এই পৃথিবীত এইবোৰৰ বাবে স্থান হলে আপোনাৰ বাবে নহব কিয়?"

তেওঁ একেবাৰেই মোৰ কাষলৈ আহি কলে "কিন্তু বাপু, মোৰ সংস্পৰ্শত তোমাৰ অকল্যাণ হব।"

মই খপৰাই উত্তৰ দিলোঁ "তালৈ ভৱা নাই। যদি নোৱাৰোঁ পলাম, আঁতৰলৈ পলাই যাম—হিমালয়ৰ এচুকত নিশ্চয় আমালৈ স্থান হব।"

আবেগপূৰ্ণ হৃদয়েৰে তেওঁ কৈ উঠিল "মোৰ সন্মান আগেয়ে গৈছে। এতিয়া তাক ঘূৰাই নাপাওঁ। সেই বাবে বলা। বলীয়াৰ দৰে এই সমাজৰ হলাহলৰ মাজৰপৰা আঁতৰি পলাই যাওঁ। পৃথিবীৰ বহল বুকুৰ ওপৰত আমালৈ নিশ্চয় এডুখৰি ঠাই হব।"

পিছ দিনাখন কোনো আড়ম্বৰ আয়োজন নোহোৱাকৈ আশ্ৰমৰ স্বামী আৰু কৰ্ম্মচাৰীসকলৰ আগত আমাৰ এখনি

বিয়া হৈ গল। তাত ঢোল, খোল নাই, হোমৰ গন্ধ নাই—আছে কৰ্ত্তাৰ আশীৰ্ব্বাদ, নাৰায়ণ মূৰ্ত্তিৰ উপস্থিতি।

ভগৱানক সাক্ষী কৰি জাহ্নবীৰ হাতত ধৰি আশ্ৰমৰ-পৰা ওলাই আহিলোঁ। মোৰ মনত পৰিল মন্দিৰৰ ভিতৰত জাহ্নবীয়ে মোৰ হাতত ধৰা কথা। এয়েই বোধ হয় ভগৱানৰ ইচ্ছা আছিল---নহলে সিদিনা জাগ্ৰত দেৱতাই চতুৰ্ভুজ মূৰ্ত্তি ধাৰণ কৰি দুযোকো আঁতৰাই দিলেহেঁতেন।

ভগৱানৰ আশীষ আৰু মানৱৰ গৰিহনা মূৰত লৈ নতুন জীৱনৰ যাত্ৰী হলোঁ। খুৰাই মোক আদৰি নললে, আত্মীয়-স্বজনে দূৰতে বিদূৰ কৰিলে কাৰণ মই সমাজচ্যুত। সেই বাবে সকলোৰে মায়া-মোহ পৰিত্যাগ কৰি থিতাপি লৈছোঁহি এডোখৰ অচিনাকি ঠাইত, কিছুমান পিছ পৰা মানুহৰ মাজত। মোৰ সহায়, সম্পদ, ভাই-বন্ধু কেৱে নাই—এই অসভ্য লোকবিলাকেই মোৰ ইষ্ট-মিত্ৰ, আত্মীয় স্বজন। কেতিয়াবা সিহঁতে মোক সম্মান কৰে, সহায়ো কৰে। কিন্তু মদ খাই বলীয়া হলে সিহঁতেই মোক শাও দিয়ে, অত্যাচাৰ কৰিবলৈকেও উদ্যত হয়। তথাপি ইয়াতেই আছোঁ আৰু ইহঁতৰ সহায়তেই এডোখৰ মাটি ভাঙি লৈ খেতি-বাতি আৰম্ভ কৰিছোঁ। এই অভাব-অনাটনৰ মাজতো জাহ্নবীৰ আশাবাদ দেখি মনত আশাৰ সঞ্চাৰ হয়। কিন্তু মাজে মাজে চোৰৰ দৰে নানা তৰহৰ সন্দেহৰ ভাববোৰে আহি মোক

বিব্রত কৰি তোলে। কেতিয়াবা মনতে ভাবোঁ আঁতৰি আন ঠাইলৈ যাওঁ। এতিয়াও ভালকৈ থিতাপি লাগিব পৰা নাই। তথাপি ভুয়ো আশা কৰি আছোঁ—ভগৱানৰ আশীৰ্ব্বাদ লৈ আমাৰ মিলন যেতিয়া তেওঁৰ শুভ ইচ্ছাৰ শুভ ফল নিশ্চয় লাভ কৰিব পাৰিম।

